# হজৰত ওমৰ

# ফাৰুক।



ৰচক—


মৌলবী হাজি ফাইজ উদ্দিন আহমদ

ভূতপূৰ্ব্ব একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ,

যোৰহাট।



প্ৰকাশক :—

মৌলবী আই, জেদ, আহমদ।

যোৰহাট।

---

প্ৰথম তাঙ্গৰণ।

---

১৯৩০।

বেচ খনে ।/০ অনা মাত্ৰ।

# নির্ঘণ্ট।

—:*:—

# হজৰত ওমৰ ফাৰুক।

## ইছ্লাম-গ্ৰহণৰ পূৰ্ব্ব জীৱন।

### বিছ্মিল্লাহিৰ্ ৰহ্মানিৰ ৰহীম।

হজৰত ওমৰৰ ইছ্লাম-গ্ৰহণৰ পূৰ্ব্ব জীৱন সম্বন্ধে বুৰঞ্জীত বিশেষ একো পোৱা নাযায়। তাত যিখিনি পোৱা গৈছে 'হিজৰতৰ' * চল্লিশ্ বছৰৰ আগেয়ে কোৰেচ-বংশত তেওঁৰ জন্ম হয়। তেওঁৰ পূৰ্ব্বপুৰুষ সকলে ৰাজদূত আৰু বিচাৰকৰ কাম কৰিছিল। তেওঁৰ মাকৰ নাম 'হান্তমা' আৰু পিতাকৰ নাম 'খাত্তাব' আছিল। হান্তামাৰ জন্মও কোৰেচ বংশতে। মক্কাৰ ওচৰৰ 'জজ্নাল' পথাৰত ল'ৰা-ওমৰে উট চৰাইছিল। ডেকা-কালত তেওঁ আৰব দেশৰ প্ৰথা অনুসৰি নিজৰ শাস্ত্ৰ, মল্লযুদ্ধ, বক্তৃতাদি শিক্ষা কৰিছিল। তেওঁ এজন অতি বিচক্ষণ বক্তা আছিল, লিখা-পঢ়া ভালকৈ জানিছিল। মল্লযুদ্ধত আৰু ঘোঁৰা উঠাত বৰ পাকৈত আছিল। ওকাজ-মেলাত মল্লযুদ্ধ কৰি বৰ যশস্যা লাভ কৰিছিল। বেহা-বেপাৰেই তেওঁৰ পেট-প্ৰৱৰ্ত্তনি আছিল। গতিকে, দেশ-বিদেশত ফুৰি নানা প্ৰকাৰ জ্ঞান আৰ্জ্জি আৰববিলাকৰ সমাজত তেওঁ এজন বৰ গণ্য-মান্য মানুহ বুলি জিলিকি উঠিছিল আৰু পাচত ৰাজ-দূতৰ পদ লাভ কৰিছিল।

---

* কোৰেচবিলাকৰ পাশৱিক অত্যাচাৰ উপদ্ৰৱত ধৰ্ম্মৰক্ষা কৰা অসম্ভৱ হৈ পৰাত, ৰছুল-মকবুল (দঃ) মদিনালৈ যাবলৈ বাধ্য হয়। এই প্ৰস্থানকে হিজৰত বোলে।

## ধৰ্ম্ম-জীৱন লাভ।

হজৰত ওমৰ যেতিয়া ২৭ বছৰীয়া, তেতিয়া আৰব-আকাশত ইছ্‌লাম-ৰবিৰ উদয় -নবীয়ে-আক্‌ৰমে সনাতন ইছ্‌লাম প্ৰচাৰ কৰিবলৈ ব্ৰতী হ'ল। আৰবৰ কেন্দ্ৰে কেন্দ্ৰে ইছ্‌লামৰ জেউতিয়ে পোহৰ পেলাবলৈ ধৰিলে, কিন্তু হজৰত ওমৰ ইছ্‌লামৰ ঘোৰ বিৰোধী হৈ পৰিল। ন-মুছলমান বিলাকক ভয়ানক অত্যাচাৰ উপদ্ৰৱ কৰিবলৈ ধৰিলে। তেওঁলোকৰ পৰিয়ালৰ মাজত এগৰাকী লাবিনা নামেৰে বান্দী আছিল। তেওঁ ইছ্‌লামত দীক্ষিত হোৱাত, হজৰত ওমৰে অধীৰ হৈ, পিঠিত বাৰৰি ফুল বাচি, তেওঁক বৰ ছেৰাশাস্তি কৰিলে। ছলে-বলে কোনোপধ্যে লাবিনাক ঘূৰাব নোৱাৰি, ৰছুল কৰিমক (দঃ) কেনেকৈ বধিব, তাৰ উপায় পাঙিবলৈ ধৰিলে।

হজৰত ওমৰ-বেন্‌ খাত্তাব আৰবৰ এজন প্ৰতাপী বীৰ আৰু ৰছুল কৰিমৰ ( দঃ ) ঘোৰ শত্ৰু। তাতে আবুজেহেলে এখন মেল চপাই ঘোষণা কৰি দিলে "যেয়ে মোহম্মদৰ মূৰটো কাটি আনিব পাৰিব, তাক মই এশটা উট আৰু ৫০০ সোণৰ মোহৰ বঁটা দিম।" হজৰত ওমৰে তৰোৱাল জোকাৰি জাপ মাৰি উঠি ক'লে—"মই আনিম, মই আনিম"। তেতিয়াবে পৰা কেনেকৈ বোপা-ককাৰ ধৰ্ম্মদ্ৰোহীক বধ কৰি যশস্যা লব, সদায় তেওঁ তাৰ চিন্তাতে

* গ্ৰন্থকাৰে লিখা হজৰত মোহম্মদৰ ৭৫—৭৯ পিঠি চাওক।

হজৰত ওমৰৰ ইছ্‌লাম গ্ৰহণ। নবুয়তৰ ষষ্ঠ বছৰ।

পাকে। তেওঁ নিজেই কৈছে "এদিন গহীন নিশা ৰছুল-কৰিমক (দঃ) বিচাৰি বিচাৰি মই কাবালৈ গৈ দেখোঁ যে, তেখেতে নামাজত থিয় হৈ 'আলগাকা' চুৰা পঢ়িছে। কাণ পাতি শুনি মনে মনে ভাবিলোঁ, কোৰেচবিলাকে যি কয় সেইটো তেনেই সঁচা - এওঁ এজন ওখ খাপৰ কবি। আহা, ভাষা কেনে সললিত। তাৰ পাচতে মই শুনিলোঁ। তেখেতে পঢ়িছে

'ফলা উক্‌ছিমু বিমা তুব্‌চিৰুণ ৱ মা লা তুব্‌ চিৰুণ।"

তোমালোকে যিহকে দেখিছা আৰু যি তোমালোকে দেখিবলৈ পোৱা এই সকলোৰে শপত,

"ইন্নহু ল কাউলু ৰছুলিন্‌ কৰিম ৱ-মা হুৱা বিকাউলে শ্বায়েৰ কলিলন্মা তু মেন্নুন"।

নিশ্চয় ই (কোৰ্‌আন) মোৰ শ্ৰেষ্ঠ ৰছুলৰ (প্ৰচাৰিত) বাণী ই কবিৰ কল্পনা নহয়, কিন্তু তোমালোকে ইয়াক অলপহে বিশ্বাস কৰি থাকা।

এইটো দেখোন মোৰ মনৰ কথা; কেনেকৈনো এইটোৰ উত্থাপিহ পালে! এওঁ নিশ্চয় এজন মন্ত্ৰ-জনা গণক। মোৰ মনত এই ভাব খেলাওঁতেই, মই শুনিলোঁ। তেখেতে তাৰ পাচত মাতিছে—

"ৱ-লা বিকাউলে কাহেন্ কলি-লম্ম তজাক্ক-রূণ—তন্জি-লুম্মি বব্বিল্ আলেমীন"

আৰু ই গণকৰ কথা নহয়। তোমালোকে অলপহে চিন্তু কৰি বুজি পাকা, ই জগত পালনকাৰীৰ পৰা অৱতীৰ্ণ হৈছে।

মনত উগুলথুগুল লাগিল — ভৰিওঁবেপৰ মোৰ মনটো ইচ্লামৰ ফালে অলপ ঢাল খাবলৈ ধৰিলে।

হজবত ওমবে চবাতি ফালে পচ্ছকালে শুনিবলৈ পালে যে, নাইম-বেন্-আব্দুল্লাহ নামেৰে তেওঁৰ এজন আত্মীয়ই ভলে ভলে ইচ্লাম গ্রহণ কৰিলে। এদিন তেওঁ তৰোৱাল হাতত লৈ বছুল-কবিমক (দঃ) বধিম বুলি তেখেতৰ ঘৰৰ ফালে তৰা-নবাছিঙ্গি গৈছে। বাওঁতে বাটত এজন জোহব-বংশৰ মানুহে তেওঁৰ তেনে মতলীয়া অৱস্থা দেখি তেওঁক সুধিলে—"ওমব! তুমি কলৈ যোৱা?" হজবত ওমবে ক'লে, "আমাৰ বোপা-ককাৰ ধৰ্ম্ম-নিন্দুক মোহম্মদৰ আজি টেঁটু ছিঙ্গিম।" জোহাৰীয়ে ক'লে, "ভাল কথা। বাক, তুমি এই ছাগলী পোৱালীটি ধৰাচোন।" হজবত ওমবে সেই পোৱালীটি ধৰিবলৈ গৈ নথৈ হাবাথবি খালে, কিন্তু তেও ধৰিব নোৱাৰিলে। জোহাৰীয়ে ক'লে, "তুমি দেখোন এই এখান মান ছাগলী-পোৱালীটিকে ধৰিব নোৱাৰিলা, কেনেকৈনো আল্লাই পঠোৱা সিংহৰ টেঁটু ছিঙ্গিবা?" হজবত ওমবে লাজ পাই খঙ্গ

উঠি, তেওঁয়ো মুছলমান হৈছে বুলি সন্দেহ কৰি, তেওঁক কোব মাৰিবলৈ তৰোৱালখন দাঙিব খোজোঁতেই, "মই মোৰ বোপা-ককাৰ কৌটীকলীয়া ধৰ্ম্ম কেতিয়াও এৰা নাই" এই বুলি জোহৰীয়ে আসৈ মাটি টুপাই বুৰ মাৰিলে। এনে উত্তৰ পোৱাত হজৰত ওমৰে নিজৰ হাতখন কোঁচ খুৱাই আনিলে আৰু তেওঁক এৰি গুচি গ'ল। তাৰ পাচত নাইমক পাই সুধিলে — "বোপা-ককাৰ ধৰ্ম্ম এৰি মোহম্মদৰ ধৰ্ম্ম লৈছানে কি ?" নাইমে ক'লে — "মোৰ যে কথা কৈছা, তোমাৰ ফাতিমা ভনীয়েৰা আৰু তেওঁৰ স্বামী দুইদৰ কথা নোসোধা কিয় ?" হজৰত ওমৰে খঙত অগ্নিমূৰ্ত্তি হৈ তৎক্ষণাৎ ভনীয়েকৰ ঘৰলৈ গৈ বাজৰ পৰা শুনিলে ভিতৰত এটা ভুন্-ভুন্‌কৈ শব্দ হৈছে আৰু ভিতৰলৈ সোমাই গৈ ভনীয়েকক সুধিলে — "কিহৰ শব্দ হৈছিল ?" ফাতিমাই ক'লে "একো নহয়।" দুইবো মুখ চুপতি হ'ল। হজৰত ওমৰে খঙত ফাতিমাক চুলিত ধৰি উধানুধাকৈ দগৰিলে। ফাতিমাই ভেতিয়া উত্তেজিত হৈ সৈ কাঢ়ি কৈ পেলালে— "হয়, আমি মুছলমান হৈছোঁ। মোহম্মদ (দঃ) সচাঁ পয়গাম্বৰ।" ওমৰে তেওঁলোকৰ এনে অচলা ভক্তি দেখি বিচুৰ্ত্তি খালে। ফাতিমাৰ গাৰপৰা তেজ ববলৈ ধৰা দেখি, তেওঁ দুখ আৰু লাজ পাই ক'লে — "বাৰু, তোমালোকে যি পঢ়িছিলা, তাক মোক এবেলি চাবলৈ দিয়া।" ফাতিমাই ক'লে — "আপোনা-লোক 'মোশ্‌ৰিক' (অংশীবাদী,) আপুনি 'নাপাক' (অশুচি) আছে, সেইটো ছুব নোৱাৰে।"

হজৰত ওমৰে তেতিয়াই গা-পা ধুই 'পাক-চাফ' ( শুচি ) হৈ ভনীয়েকৰ পৰা নিজা কাপোৰ লৈ পিন্ধি চাম্‌ৰাৰ খাতাটো হাতত ল'লে। 'তা-হা' আৰু 'হাদিদ' এই দুই কোৰ্‌আনৰ 'চুৰা' চাম্‌ৰা এডোখৰত লিখা আছিল। পঢ়িবলৈ ধৰিলে —"চাব্বাহা লিল্লাহে মা ফিচ্ছামাৱাতে ৱল আৰদে ৱহুৱল অজিজুল হাকিম * অৰ্থাৎ ভূগোল খগোলত যিমান চেতন প্ৰাণী আৰু অচেতন বস্তু আছে সকলোৱেই আল্লাৰ গুণবাদ বা পৱিত্ৰতা কীৰ্ত্তন কৰে। আৰু তেওঁ মহান আৰু মহাতত্ত্বজ্ঞানী।... পঢ়োঁতে পঢ়োঁতে ভাষা আৰু ভাবৰ ফালে মন কৰি, তেওঁ একেবাৰে মুগ্ধ আৰু ব্যাকুল হৈ গ'ল। আল্লাৰ কি অপাৰ মহিমা! অৱশেষত তেওঁৰ চকু যেতিয়াই "আমেনু বিল্লাহে ৱ ৰছুলেহি" † ( আল্লাহ আৰু আল্লাৰ ৰছুলৰ ওপৰত বিশ্বাস কৰা, ) এই 'আয়তৰ' ( শ্লোকৰ ) ওপৰত পৰিল, তেতিয়াই পঢ়িবলৈ ধৰিলে— "আশ্‌হাদুআল্লা লাইলাহা ইল্লল্ লাহু ৱহদহু লা শ্বৰিকালহু ৱাশ্‌হা দুন্না মোহম্মদন আব্দহু ৱ ৰছুলহু" ( মই সাক্ষ্য দিছোঁ- এজন আল্লাত বাজে আন কোনো উপাস্য নাই, তেওঁ এক, তেওঁৰ কোনো অংশী নাই, আৰু মই সাক্ষ্য দিছোঁ—মোহম্মদ ( দঃ ) তেওঁৰ দাস আৰু প্ৰেৰিত )।

খাব্বাব নামেৰে এজন ছাহাবীয়ে ফাতিমাক কোৰ্‌আন পঢ়াই আছিল। হজৰত ওমৰক অহা দেখি ভয়ত তেওঁ লুকাই

* কোৰ্‌আন— চুৰা 'হাদিদ', ১ আয়ত।
† কোৰ্‌আন চুৰা 'হাদিদ', ৭ আয়ত।

আছিল। এতিয়া বাহৰবলৈ আহি ক'লে "মোবাৰক বাদ, ওমৰ! আল্লাই তোমাক বাছি লৈছে। গোৱা বাতি ৰছুল-কৰিমে (দঃ) আল্লাৰ ওচৰত এই বুলি 'দোৱা' (প্ৰাৰ্থনা) কৰা মই শুনিছিলোঁ—"হে ৰব্বিল আলেমীন (বিশ্ব জগতৰ খোদা)! ওমৰ-এব্‌নে-খাত্তাব, ওমৰ-এব্‌নে-হেশ্শাম বা আবুজেহেল এওঁলোকৰ মাজৰ এজনৰ দ্বাৰা ইছ্‌লামৰ বল বঢ়োৱা।"

হজৰত ওমৰে সেই ৰাতি ভনীয়েকৰ ঘৰতে থাকিল। পুৱাই খাব্বাবক লৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গ'ল। সেই সময়ত শত্ৰুৰ ভয়ত যেছালৎ-পানাহে কেইজনমান ভক্ত লৈ চাফা পৰ্ব্বতত আৰ্‌কম ভক্তৰ ঘৰত বহি মনে মনে ধৰ্ম্ম শিক্ষা দিছিল। হজৰত ওমৰে উদং তৰোৱাল হাতত লৈ আৰ্‌কম দুৱাৰ মুখত থিয় হ'ল। শিষ্যবিলাকে তেওঁক ভিতৰৰ পৰা দেখি তেওঁলোকৰ মনে চিৰিং কৰি উঠিল। হজৰত হামজাই উত্তেজিত হৈ ক'লে— "আহিবলৈ দে, যদি ভাল ভাবেৰে আহিছে, ভাল, নহলে তাৰ তৰোৱালেৰেই তাৰ মূৰ ছিঙিম।" কিন্তু ৰছুল-কৰিমে (দঃ) মিচিকিয়াই হাঁহি ক'লে — "ভয় নাই, দুৱাৰ মেলি দিয়া, আহক।"

হজৰত ওমৰ ভিতৰত সোমালতে, ৰছুল-কৰিমে (দঃ) তেওঁৰ কাপোৰৰ আঁচল আজোৰ মাৰি ক'লে—"আৰু কিমান দিন, ওমৰ?" ওমৰৰ বল বিক্ৰম উৰিল, তেওঁৰ হিয়া থৰ্‌কবাবলৈ ধৰিলে, তেওঁ জেতিয়া তৰোৱাল খন ৰছুল-

কৰিমৰ ( দঃ ) পাক কদমৰ ( পবিত্ৰ ভৰিৰ ) ওচৰত সেৱা পাতিবলৈ ধৰিলে—"লা ইলাহ ইল্লাল্লাহো মোহম্মদৰ ৰছুলুল্লাহ।" এনে অজানত কটা-মৰা শত্ৰুৰ মুখত 'কলমা' শুনি বছুল কৰিমে ( দঃ ) উলাহতে "আল্লাহো আকবৰ"। অ ল্লাহ মহান ) বুলি জয়ধ্বনি কৰি উঠিল। লগে লগে উপস্থিত চাহাবাসকলেও "আল্লাহো আকবৰ" ধ্বনি কৰিলে। ছাফা পৰ্ব্বত আৰু কাবাৰ দেৱালক কঁপাই সেই শব্দৰ প্ৰতিধ্বনি বাজি উঠিল 'আল্লাহো আকবৰ।" এয়ে ইছলামৰ প্ৰথম জয়ধ্বনি।

হজৰত ওমৰ মুছলমান হ'ল—এই কথা নক্কাত প্ৰচাৰ হ'ল আৰু তেওঁ নিজেই পিচদিনা পুৱাতে নবমুৰ্বায়া কোৰেচ কেইজনৰ ঘৰেপতি গৈ কৈ আহিল—"মই মুছলমান হলোঁ।। আবৰৰ ডাঙৰ ডাঙৰ নামজলা সকলো দেখোন একজন একজনকৈ সিফলীয়া হবলৈ ধৰিছে, তাকে ভাবি কোৰেচবিলাকৰ মন ধৰফৰাবলৈ ধৰিলে চকুত টোপনি নহা হ'ল।

ওমৰক এপেকেচা ভালকৈ নিদিলে নহয়, এই ভাবি কোৰেচবিলাকে গোটপিত খাই এদিন কাবাৰ ওচৰত তেওঁক অকলে লগ পাই আধামৰাকৈ দগাবিলে। তেওঁ ঠৰমৰ খাই পৰি গল, কিন্তু তেনে অৱস্থাতো তেওঁৰ মুখত এই কথা মাথোন ফুটিছিল "সত্য কেতিয়াও নেমৰে।"

ভাল হোৱাৰ কেইদিন মানৰ পাচতে, হজৰত ওমৰে আৰকমৰ ঘৰলৈ গৈ নবী কৰিমৰ ( দঃ ) খেদমতত আৱজ

কৰিলে--"য়্যা ৰছুলুল্লাহ! কোৰেচবিলাকে মিছা ধৰ্ম্ম আৰু মিছা খোদাক ক'ৰাত দেখাদেখিকৈ উপাসনা কৰিব, আৰু আমি সঁচা ধৰ্ম্ম আৰু সঁচা আল্লাৰ সেৱা কৰিও এইদৰে সত্যক লুকুৱাই থম নে?" ৰছুল-কৰিমে (দঃ) অতি উলাহেৰে এই প্ৰস্তাৱ গ্ৰহণ কৰিলে। তেতিয়াই চাফা পৰ্ব্বতৰপৰা ওলাই, ৪০ জন ছাহাবা দুভাগহৈ, হজৰত হাম্জা আৰু হজৰত ওমৰক আগত লৈ আৰু ৰছুল-কৰিমক (দঃ) তাৰ মাজত লৈ, নগৰৰ মাজেদি ক'াবাত সোমালগৈ। তাত আল্লাৰ নাম লৈ দুই 'ৰাকাৎ' নামাজ পঢ়ি নিজ নিজ ঘৰলৈ দিহাদিহি আহিল। কোৰেচবিলাকে, জনাব ৰছুল-মকবুলৰ (দঃ) কটা মুৰ হজৰত ওমৰৰ হাতত দেখিম বুলি আশা কৰি অতি ৰং মনেৰে ক'াবালৈ গৈ অৱস্থা দেখি, বিচুত্তি খালে। আহা ইছ্লামৰ কি মোহনী শক্তি! যি উদং তৰোৱাল হাতত লৈ ৰছুল-কৰিমৰ (দঃ) টেটু ছিঙিবলৈ গৈছিল, তেৱেঁই আকৌ মুৰ দোঁৱাই ইছ্লামত আত্মসমৰ্পণ কৰিলে!

তেতিয়াৰে পৰা ইছ্লামৰ বুৰঞ্জীত ন-যুগৰ সৃষ্টি হ'ল—মুছলমানবিলাকৰ মাজত ন-জীৱনৰ সঞ্চাৰ হ'ল। তেওঁলোকৰ সাহ-পিত বহুত বাঢ়ি গ'ল। হজৰত ওমৰৰ সাহতে তেওঁলোকে লগে-ভাগে কা'বাত গৈ প্ৰকাশ্যে নামাজ পঢ়িবলৈ আৰম্ভ কৰিলে।

---

## হিজৰত।

যেতিয়া মূৰে ভৰিকতা কোৰেচবিলাকৰ পাশৱিক উপদ্ৰৱ আৰু অতপালি দোপতদোপে ইমানকৈ চৰি গ'ল যে, মক্কাত ধৰ্ম্ম-ৰক্ষা কৰা অসম্ভৱ হৈ পৰিল, তেতিয়া ৰছুল-আকৰাম (দঃ) মুছলমানবিলাকক দেশ চাই মদিনালৈ 'হিজৰত কৰিবলৈ আদেশ দিলে। সেই আদেশ মতে হজৰত ওমাৰে সত্য আৰু ধৰ্ম্ম ৰক্ষাৰ্থে, জননী জন্মভূমিৰ মায়া এৰি বহুবিজন মানুহৰ লগত মদিনালৈ গুচি গ'ল। শেষত ৰছুল কৰিমে (দঃ) নিজে ৬২৩ খৃঃ অব্দত মদিনালৈ 'হিজৰত'। প্ৰস্থান। কৰে। আৰু তাৰে বেছালেহে মদিনাৰ আকাশত উদয় হলহি।

## ছাহাবী জীৱন।

হিজৰতৰ দিনধৰি ৰছুল-কৰিমৰ (দঃ) 'ওফাত' (মৃত্যু) লৈকে শিষ্য আৰু 'ছাহাবী' (লগৰীয়া) ৰূপে ওমৰ-ফাৰুকে প্ৰায় সকলো কামতে নবীয়ে-অৰবীৰ (দঃ) সহায়তা কৰিছিল আৰু লগত আছিল। কোৰেচবিলাকৰ অত্যাচাৰ আৰু উপদ্ৰৱত মুছলমানবিলাকে তৎনেপাই মক্কাৰপৰা মদিনাত গৈ আশ্ৰয় লবলৈ বাধ্য হৈছিল। কিন্তু তাতো শত্ৰুবিলাকে তেওঁলোকক শান্তিৰে থাকিবলৈ নিদিলে। সিহঁতে ৰছুল-কৰিম (দঃ) আৰু ইছ্লামৰ সমূলি কণ-কঠীয়া মাৰিবলৈ দৃঢ়সঙ্কল্প কৰি, ওপৰা-উপৰিকৈ মদিনা আক্ৰমণ কৰিবলৈ ধৰিলে। আত্ম-ৰক্ষা, ধৰ্ম্ম-ৰক্ষা, দেশ-ৰক্ষা আৰু উৎপীড়িতক অত্যাচাৰীৰ

হাতৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে, মুছলমানবিলাকে সিহঁতক আগচিবলৈ যাওঁতে ভালেমান ৰণ কৰিবলৈ বাধ্য হৈছিল। এই আটাইবোৰ ৰণ ক্ষেত্ৰতে হজৰত ওমৰে অসীম বীৰত্বৰ পৰিচয় দিছে।

খাইবাৰ-ৰণত মুছলমানবিলাকে জয় লাভ কৰাত, খাইবাৰৰ ভূমি মোছলিম সৈন্যৰ মাজত ভাগ হ'ল। 'ছমগ' নামৰ ঠাই হজৰত ওমৰৰ ভাগত পৰিল। কিন্তু তেওঁ এই সম্পত্তি নিজে ভোগ নকৰি ধৰ্ম্মৰ নিমিত্তে 'ৱাকফ্ (উৎসৰ্গ) কৰি দিলে। ইছলামৰ বুৰঞ্জীত এয়ে প্ৰথম 'ৱাক্ফ্'। ৰছুল-মকবুলৰ (দঃ) গোটেই জীৱনীয়ে জ্বলন্ত উদাহৰণেৰে ফট্‌ফটীয়াকৈ দেখুৱাইছে যে এনে ত্যাগ ধৰ্ম্মতহে সুখ, শান্তি আৰু মুক্তি লাভৰ উপায়

৮ হিজৰীৰ ৰমজান মাহৰ ১৮ তাৰিখে দহ হাজাৰ শিষ্য লগত লৈ হজৰত ৰছুল-কৰিমে (দঃ) মক্কালৈ যাত্ৰা কৰে। * বাটত ৰাতি মক্কাৰ ওচৰৰ 'মৰুজ-জুহ্ৰাণ (ৱাদিয়ে ফাতিমা) নামেৰে ঠাইখনত ৰ'লগৈ। তাত হজৰত ওমৰে এদল সৈন্য লৈ সেই ঠাইৰ চাৰিউফালে পহৰা দি ফুৰোঁতে ঘোৰ আন্ধাৰৰ মাজেদি ৰিণিকি ৰিণিকিকৈ দেখিবলৈ পালে যে জনদিয়েক মানুহ তেওঁলোকৰ তম্বুৰ ফালে আহিবলৈ ধৰিছে। তেওঁ তেওঁলোকক শত্ৰু বুলি ঠাৱৰ কৰিব পাৰি মনে মনে তেওঁলোকৰ ওচৰ চাপিল। এই ঘোৰ আন্ধাৰৰ মাজত হঠাৎ বজ্ৰগম্ভীৰ

* গ্ৰন্থকাৰ লিখা হজৰত মোহাম্মদৰ ২১৮-২১৯ পিঠি চাওক।

মাজেৰে শত্ৰু দলে শুনিবলৈ পালে—"তোমালোক বন্দী।" আবুছুফিয়ান, হাকিম-বেন্-হেজাম আৰু বোদায়েল-বেন্-আব্‌ৰুৰা নামেৰে কোৰেচ-চৰ্দাৰ কেইজনমান বাতি পহৰা দিবলৈ বাহিৰলৈ গৈ, তাত জুইৰ পোহৰ দেখি, ভু লবলৈ তম্বুৰ ফালে আগবাঢ়ি যাওঁতেই তেওঁলোক এনে চাক-নৈয়াত পৰিল। ফাৰুক-আজমৰ কৰাল মূৰ্ত্তি দেখিয়েই কোৰেচৰ প্ৰধান নেতা মূৰেভৰি-কঢ়া মদ-গৰ্ব্বী কাল্-শত্ৰু আবুছুফিয়ানৰ চুৰ্ত্তি হেৰাল, তেওঁৰ মুখৰ মাত হৰিল. গাত ধাতু নাইকিয়া হ'ল। হজৰত ওমৰে আবুছুফিয়ানৰ টেঁটু তৰোৱালেৰে চিঙে. এনে সময়ত হজৰত আব্বাছে মাজত সোমাই ক'লে, "ৰছুল-কৰিমৰ (দঃ) হুকুম নোপোৱাকৈ একো নকৰিবা।" হজৰত ওমৰে তেতিয়া হাত কোঁচ খুৱাই নিলে। অৱশেষত তেওঁ ইছ্‌লামত দীক্ষিত হ'ল। তেতিয়া হজৰত ওমৰে উলাহতে কৈছিল "সি আনন্দ আবুছুফিয়ানৰ ইছ্‌লাম-গ্ৰহণ কৰাত আজি মই পাইছোঁ, মোৰ বাবা খাত্তাবে ইছ্‌লাম কবুল কৰাহেঁতেনো মই সিমান আনন্দ নেপালোহেঁতেন।"

## ফাৰুক উপাধি।

এদিন এজন মুছলমানে এজন ইহুদীৰ ওপৰত ৰছুল-কৰিমৰ (দঃ) ওচৰত এটা গোচৰ কৰে। বিচাৰত বাদীয়েই দোষী বুলি সাব্যস্ত হ'ল। ইয়াতে সি মনত খুকুৰি ৰাখি হজৰত ওমৰক বিচাৰ কৰিবলৈ ক'লে। হজৰত ওমৰে

সকলো কথা শুনি, বৰৰ ভিতৰৰপৰা এখন তৰোৱাল আনি "যিবিলাকে আল্লাই পঠোৱা বিচাৰকৰ বিচাৰ অমান্য কৰি, আনৰ বিচাৰ প্ৰাৰ্থী হয়, সেই বিলাকৰ ন্যায় বিচাৰ এনে." এই বুলি তৰোৱালৰ এটা কোবে তাৰ মূৰ ছিঙি পেলালে। এই ঘটনাৰ পাচত ৰছুল-কৰিমে (দঃ) তেওঁক 'ফাৰুক' * উপাধি দিলে।

## খলিফা পদত বৰণ।

দুবছৰ তিনিমাহ কাল খিলাফতৰ কাম কৰি, হিজৰী ১৩ চনৰ জামাদিয়চ্ছানী মাহত প্ৰথম খলিফা হজৰত আবুবকৰ-চিদ্দিকৰ ওফাত (মৃত্যু) হয়। তেওঁ হজৰত ওমৰ-ফাৰুকৰ গুণ আৰু যোগ্যতাত মুগ্ধ হৈছিল। এতেকে অন্তিম কালত তেওঁ হজৰত ওচ্মান-বেন্-আফ্ফান আৰু আন আন ছাহাবক ওচৰলৈ মাতি আনি হজৰত ওমৰ-ফাৰুকক খলিফা পদত এই বুলি মনোনীত কৰিলে--"যিজন শক্তি আৰু সংযমত তোমা-লোক সকলোতকৈ শ্ৰেষ্ঠ, কঠোৰতাত যিজন তোমালোক সকলোতকৈ কঠোৰ, অথচ বিনয়ত যিজন তোমালোকৰ মাজত বিনয়ী, যিজন তোমালোকৰ মাজত সকলোতকৈ পাৰ্গত, দূৰদৰ্শী আৰু কৰ্ম্মকুশল আৰু বিপদত যাৰ চাঞ্চল্য নাই, জ্ঞান-লাভত যাৰ সঙ্কোচ নাই, সেই ওমৰ-বেন্-খাত্তাবত বাজে আন কাৰো পৰা মোৰ কান্ধৰ ওপৰত থকা খিলাফতৰ গুৰু

* সৰ্চাক মিছা আৰু ভাৰক অভাৰুৰ পৰা পৃথককাৰী।

আৰু দায়িত্বপূৰ্ণ ভাৰ বহন কৰাত নিয়াৰিকৈ নিৰ্ব্বাচ নকৰিলহেঁতেন;—যোৱা হওক, মই ইয়াকে নিৰ্ব্বাচন কৰিলোঁ।" তাতে সকলোৱে হৰ্ষভৰ দি হজৰত ওমৰক খলিফা পদত বৰণ কৰিলে। তেওঁৰ বয়স তেতিয়া ৫৩ হৈছিল।

## হজৰত ফাৰুকৰ দায়িত্ব।

চেয়দল্ মোৰছেলীন হজৰত মোহম্মদ (দঃ) শেষ নবী আৰু বিশ্বপয়গাম্বৰ ৰূপে জগতত অবিভূত হৈছিল। তেখেতে জগতৰ ভিন ভিন বহু লোকক ইছ্লামৰ ফালৈলৈ 'দাৱাত' (আহ্বান) কৰিছিল। তেখেতৰ 'ৱফাতৰ' (মৃত্যুৰ) পাচত প্ৰথম খলিফা আবুবকৰ চিদ্দিকে তেখেতৰ সেই ভাৰ লৈছিল। কিন্তু তেওঁ কাম সম্পূৰ্ণ কৰিবহেই, এই 'ফানা' (খন্তেকীয়া) দুনিয়া এৰিলে। সভাৰ প্ৰতিষ্ঠা ইছ্লাম প্ৰচাৰৰ গুৰু দায়িত্ব ভাৰ লৈ আজি হজৰত ওমৰ-ফাৰুক মোছ্লিম মণ্ডলীৰ খলিফাৰূপে কৰ্ম্ম ক্ষেত্ৰত পিয় হৈছে।

প্ৰথম খলিফা চিদ্দিক আক্‌বৰে, ইছ্লাম-প্ৰচাৰ কৰিবলৈ শাম (Syria) আৰু ইৰাকলৈ মানুহ পঠোৱাৰ পাচতে, ইহ-সংসাৰ এৰে। তেওঁৰ পাচত দোষোৰ ৰণ আৰম্ভ হবলৈ ধৰিলে।

হজৰত ওমৰৰ শত্ৰুবিলাকৰ মাজত ইৰাণী (Persian) আৰু ৰোমান (Greek) বিলাকেই ঘাই। সেই কালত

ইৰাণ সাম্ৰাজ্য যেনে সকলোতকৈ ডাঙৰ, তেনে তাৰ সৈন্য-সংখ্যাও অলেখ--ধন-বিত্তৰ ভঁৰালো অভগন। আকৌ ৰোমানবিলাক ৰণত এনে পাকৈত যে, তেওঁলোক জগতত অতুলনীয়। আনফালে মৰুবাসী আৰববিলাক সংখ্যাত নিচেই তাকৰ আৰু বিত্তহীণ। এনে আৰববিলাকে এই সাম্ৰাজ্য-বিলাক গুড়ি কৰি কেনেকৈ এই বিশাল গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিব পাৰিছিল সেই কথাটো জগতৰ বুৰঞ্জীত এটা নতুন ৰহস্য। ইয়াৰ উত্তৰ আৰু একমাত্ৰ উত্তৰ এই —হজৰত চৰ্ওৰে কায়েনাত মোহাম্মদ মোস্তফাৰ (দঃ) সংসৰ্গত থকাত, সত্যই আছিল তেওঁলোকৰ জীৱনৰ এক মাথোন ব্ৰত। আৰু আছিল আল্লাহ আৰু আল্লাৰ-বাণীত অগাধ বিশ্বাস আৰু অচলা ভক্তি। সেইছে, মোছ্লিম শক্তিয়ে ইৰাণৰ জন-শক্তিক আৰু ৰোমৰ সামৰিক-শক্তিক অতি সোনকালে ধ্বংস কৰিব পাৰিছিল। ‘কায়ছাৰ’ আৰু ‘কেছ্ৰা’ (Chosroes) ৰ ৰাজ-পাট ওফৰাই আৰব-মোছ্লিমবিলাকে আধা-পৃথিবীজোৰা ন্যায়তন্ত্ৰ প্ৰতিষ্ঠা, সাম্য, স্বাধীনতা আৰু সত্য ধৰ্ম্ম-জ্ঞান বিস্তাৰ কৰিব পাৰিছিল। তেওঁলোকৰ নিজৰ তেজ দি জগতত সুখ-শান্তি আৰু সমৃদ্ধি বিৰাজিত কৰাইছিল।

- - - -

## শ্যাম-বিজয়।

হজৰত খালিদৰ পদচ্যুতি আৰু হজৰত আবুওবায়দাৰ প্ৰধান সেনাপতিত্ব লাভ।

হজৰত আবুবকৰৰ খিলাফতৰ সময়ত, আজনাদিন ৰণত জয় লাভ কৰি, বীৰবৰ খালিদে দামেস্কলৈ যায়। তাত গ্ৰীক সম্ৰাটৰ জোঁৱায়েক টমাচৰ লগত মোচলিম সৈন্যৰ ঘোৰ ৰণ আৰম্ভ হ'ল। * এদিন দুপৰ নিশা হঠাৎ গ্ৰীক সৈন্যই অতৰ্কিত ভাৱে মোচলিম সৈন্যৰ ওপৰত পৰিল। মোচলিম সৈন্যৰ "আল্লাহো আকবৰ" ধ্বনি শুনি খালিদে বিপদ সম্মুখত বুলি ঠাৱৰ কৰি গিৰিসকৈ ঘোৰা-পাটিৰ পৰা উঠি "হে সৰ্ব্বশক্তিমান আল্লাহ! তোমাৰ বান্দা (দাস) সকলৰ ওপৰত ৰহম নজৰ (কৃপা দৃষ্টি) কৰা, সিহঁতক শত্ৰুৰ হাতত পেলাই নিদিবা" বুলি আটাহ পাৰি শত্ৰু সৈন্যৰ ওপৰত মৰো-জিও সোঁ-আধিকৈ উবুৰিখাই পৰিল। খালিদৰ ভয়ঙ্কৰ গৰ্জ্জনি, নগৰবাসীৰ কোলাহল, ঘুনীয়া মানুহবিলাকৰ করুণ ৰব, ঘোঁৰাৰ হিঁহিয়নি, ৰণত মতলীয়া বীৰসকলৰ গগনভেদী গৰ্জ্জন আৰু ধনু-তৰোৱালৰ ধ্বনিয়ে এটা অপাৰ্থিব ভয়ানক সুৰৰ সৃষ্টি কৰি তুলিলে। এই নিশাৰ আন্ধাৰত এই এমুঠি মোচলিম সৈন্যই ধৰ্ম্ম-বলত মতলীয়া হৈ অটল বিশ্বাস, উদাৰতা আৰু সাধুতাৰ ওপৰত নিৰ্ভৰ কৰি জীৱন উছৰ্গি যেনেহে ধুমুহাৰ সৃষ্টি কৰিলে, পৃথিৱীৰ সমবেত সম্ৰাটেও তেনে ধুমুহাৰ গতি ৰোধ কৰিবলৈ সমৰ্থ হোৱা টান। টমাচ আৰু হাৰ্ব্বিৰ ধাতু উৰিল। তেওঁলোক দুখীয়া কঙ্গালৰ

---

* গ্ৰন্থকাৰে লিখা হজৰত আবুবকৰ চৰিত্ৰৰ ৩৫—৪৩ পিঠি চাওক।

দৰে নগৰ এৰি আন্তাকিয়া ( Antioch ) মুৱাহৈ পলাবলৈ ধৰিলে। ৬৩৯ খৃঃ অব্দ ২৩ আগষ্ট শুক্রবাৰে দামেস্কৰ ওখ গির্জ্জাৰ ওপৰত মে'ছলিম গৌৰবসূচক নিচান উৰিবলৈ ধৰিলে। সেই তাৰিখেই হজৰত চিদ্দিক-আক্‌বৰ এই খন্তেকীয়া নশ্বৰ দুনিয়া এৰি অমৰ ৰাজ্যলৈ প্রস্থান কৰিছিল।

হজৰত ওমৰে খলিফা হৈয়ে, জয় জয়ন্তে শাম ( Syria )লৈ পঠোৱা সৈন্য বিভাগৰ ওপৰত হাত দিলে। খালিদৰ অতপা ৰৰ সাহ আৰু ৰণত পাৰ্গতালি দেখিও, খলিফাই তেওঁক অবিবেচক, অমিতব্যয়ী আৰু খঙাল বুলি ভাবি, তেওঁক প্রধান সেনাপতি পদৰ পৰা গুচাই, আবুওবায়দাক সেই পদত নিযুক্ত কৰি 'ফৰমান' ( আদেশ ) পঠালে আৰু তাত হজৰত আবুবকৰৰ ওফাতৰ বিষয়ো লিখি পঠালে।

যি সময়ত খালিদে টমাচ আৰু হাৰ্ব্বিৰ পাচত পছ-খেদা দিছিল, সেই সময়তে এই 'ফৰমান্' আবুওবায়দাৰ হাতত পৰিছিল। আবুওবায়দাই এই হুকুম পাই বৰ আচৰিত আৰু মর্ম্মাহত হ'ল—কাৰণ, তেওঁ জানিছিল যে, খালিদ তেওঁতকৈ বেচি সাহিয়াল আৰু ৰণ-বিদ্যাত পাৰ্গত আৰু তেতিয়ালৈকে সকলো ৰণতে তেওঁৰ দ্বাৰাই দুঃসাধ্য কামবোৰ সাধিত হৈছিল। সেই বাবে, আবুওবায়দাই এই 'ফৰ্‌মান' খালিদক নজনাই লুকুৱাই থলে। জানোচা, দামেস্কৰ বিজয়-বাতৰি আৰু খালিদৰ বীৰত্বৰ-কাহিনী শুনি নতুন খলিফাই তেওঁক আকৌ আগৰ পদত বাহাল ৰাখে, এই ভাবি খালিদৰ হতুৱাই এই বিজয়ৰ

বিষয়ে এখন চিঠি খলিফা হজৰত আবুবকৰৰ নামত তত্তাইয়াক লিখাই তপতে তপতে পঠাই দিলে।

দামেস্ক আক্ৰমণৰ বিষয় যিখন প্ৰথম চিঠি খালিদে পঠাইছিল, সেইখন পাই, মদিনাৰ মানুহ বিলাকে উলাহত তিনি টিলিকি মাৰি উঠিছিল। খালিদৰ বীৰত্ব কাহিনী সকলোৱে মুখে মুখে গাবলৈ ধৰিছিল। এতিয়া তেনে বীৰক অপদস্থ কৰা 'ফৰমানৰ (হুকুমৰ) কথা শুনি, সকলোৱে ভঁয় পৰিল আৰু আচৰিত হৈ হজৰত ওমৰক খালিদৰ পক্ষ লৈ খাটিবলৈ ধৰিলে। হজৰত ওমৰে ক'লে "আবুওবায়দা নম্ৰ, মৰমিয়াল আৰু সাহিয়াল, তেওঁ অবিবেচকৰ দৰে কাম কৰি সৈন্যবিলাকক কেতিয়াও চৰখৰীয়াত নেপেলায় আৰু জয়ী হলে কেতিয়াও লুট-পাটত লাগি নিজৰ আত্মাক অপবিত্ৰ নকৰে।"

এনে সময়ত, হজৰত আবুবকৰৰ নামত পঠোৱা খালিদৰ দ্বিতীয় চিঠি খন মদিনা পালেহি। সেই চিঠিত দামেস্ক-বিজয় বাতৰিৰ লগত আবুওবায়দা আৰু খালিদৰ মতভেদৰ মীমাংসাৰ নিমিত্তে প্ৰাৰ্থনা কৰা হৈছিল। * হজৰত ওমৰে চিঠি পঢ়ি

* দামেস্ক আক্ৰমণ কৰোঁতে মোছলিম সেনাৰ পৰাক্ৰম দেখি তাৰ মানুহবিলাকে খালিদৰ ওচৰলৈ মানুহ পঠাই সন্ধিৰ প্ৰস্তাৱ কৰে, কিন্তু খালিদে তৰোৱালৰ বলেৰে কোঁঠ অধিকাৰ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা হয়। পাচত নগৰবাসীয়ে উপায় নাপাই এজন মানুহ আবুওবায়দাৰ ওচৰলৈ পঠাই দিয়ে। আবুওবাইদাই খালিদক ইয়াৰ একো গম নিদি এখন সন্ধি কাকত লিখোৱাই এই মানুহ লগত লৈ নগৰ অধিকাৰ কৰিবলৈ তাৰ ভিতৰত সোমাল। ইপিনে খালিদে বলিয়া হাতীৰ দৰে ৰণ কৰি নগৰৰ ভিতৰত সোমাই শত্ৰু তেজেৰে বাট-ঘাট বুৱাই লৈ থাকোঁতে, আবুওবায়দাক তাত পাদ্ৰীবিলাকৰ লগত থিয়ৈ মেল পতা দেখি আচৰিত হৈ টঙক মাৰি ৰ'ল। আবুওবেদাই তেওঁৰ মনৰ ভাব বুজি ক'লে, "আল্লাই সন্ধি সূত্ৰেৰে মোৰ হাতত নগৰ সমৰ্পণ কৰি, বিধাসী বিলাকৰ যুদ্ধ-কষ্টৰ পৰা ৰক্ষা কৰিছে।" খালিদৰ খং মূৰৰ চুলিৰ আগ পালেগৈ, তেওঁ ক'লে

বুজিব পাৰিলে যে, আবুওবায়দাই প্ৰধান সেনাপতিৰ পদ এৰিছিয়া- লৈকে লোৱা নাই। সেই দেখি, তেওঁ দুনাই আবুওবায়দালৈ লিখি পঠালে —"তৰোৱালৰ বলেৰে নগৰ লাভ হোৱা নাই, বৰং সন্ধিসূত্ৰতহে ই হাতলৈ আহিছে। শত্ৰুবিলাকক পন্থ- খেদা দিয়াটো অবিবেচকৰ কাম হৈছে। কেৱল এক মাথোন আল্লাহ-তা'লাৰ 'ৰহম'ৰ ( কৃপাৰ ) বলত মান ৰক্ষা হৈছে, নাইবা এনে দুঃসাধ্য কাম কৰা অসম্ভৱ। এই চিঠি পোৱা মাত্ৰকে ইয়াৰ সাৰমৰ্ম্ম সৈন্যৰ মাজত প্ৰচাৰ কৰি দিব আৰু হেঁহঁকা পিছলা নকৰি আপুনি প্ৰধান সেনাপতিৰ পদ ল'ব। কেৱল পাপপূৰ্ণ পৃথিবীৰ চকু তৃপ্তিকৰ জকমকীয়া বহুমূলীয়া মণিমুক্তা আৰু সোণ-ৰূপৰ লোভত পৰি, মুছলমান সকলৰ জীৱন অথন্তৰত পেলোৱা কেতিয়াও বাঞ্ছনীয় নহয়।"

খালিদ-এবনে-আ'ছক খলিফাৰ প্ৰতিনিধি কৰি দামেস্কলৈ পঠোৱা হ'ল। খালিদে গৈ পোনতে হজৰত আবুবকৰৰ 'ওফাত'ৰ বাতৰি, তাৰ পাচত আবুওবায়দাৰ প্ৰধান সেনাপতি পদত নিযুক্ত হোৱাৰ আদেশ ঘোষণা কৰিলে। এনে হুকুম শুনি সকলো কাঁহ-পৰি জিন গ'ল—সকলো তঁয় পৰিল;

"মহযান্নুৰ্ খহিমৰ কৃপাত মই তৰোৱালৰ বলেৰে নগৰ অধিকাৰ কৰিছোঁ; সেই বাবে উইতক এৰি দিয়া অনুচিত।" দুইবো পাচে উধলা-উথলি লাগিল। শেহত স্থিৰ হল যে, ইয়াৰ মীমাংসাৰ নিমিত্তে মহামান্য খলিফালৈ লিখা যাওক, তেওঁৰ আদেশ-উপদেশ মতে কাম কৰা যাব। এই খলেই দ্বিতীয় চিঠী। গ্ৰন্থকাৰে লিখা হজৰত আবুবকৰ চৰিত্ৰৰ ৩৫—৪২ পিঠি চাওক।

কিন্তু এই সময়ত মহাত্মা খালিদৰ মহান হৃদয়ৰ পৰিচয় পোৱা গ'ল। তেওঁ ক'লে, "যেতিয়া হজৰত আবুবকৰে অন্তিম কালত ওমৰক তেওঁৰ ঠাইত বহুৱাই গৈছে, তেতিয়া মই তেওঁৰ আদেশ শিৰোধাৰ্য্য কৰি আবুওবায়দাক প্ৰধান সেনাপতি বুলি স্বীকাৰ কৰোঁ।" এই বুলি, তেওঁ নিজৰ কামৰ ভাৰ অতি উলাহেৰে আবুওবায়দাক শোধাই দিলে উপস্থিত থকা মানুহবিলাকে তেওঁৰ এনে মহত্ব দেখি নাগ প্ৰশংসা কৰিলে। সেই দিনাই ৬৩৭ খৃঃ অব্দৰ ১লা অক্টোবৰত খাদ্দাদে খলিফাৰ প্ৰতিনিধি হৈ দামেস্কৰ শাসন-ভাৰ ল'লে

টমাচ আৰু হাৰ্বিচৰ পতন।

টমাচ আৰু হাৰ্বিচ দামেস্কৰ পৰা আন্তাকিয়া মুৱাকৈ পলাই যোৱাৰ বিষয় আগতে উল্লেখ কৰা হৈছে। এতিয়া তেওঁলোকৰ অন্তিম অৱস্থালৈ মন কৰক। তেওঁলোকে দিনে ৰাতিয়ে বাট বুলি চতুৰ্থ দিনা দামেস্কৰ সীমা চেৰাই নিৰাপদ বুলি ভাবি এঠাইত জিৰাইছিলে গৈ। খালিদে খেদি সেই দিনাই তেওঁলোকক ভাত পালেগৈ। দুই দলৰে ভয়ানক ৰণ লাগিল। ৰণত টমাচ আৰু হাৰ্বিচ ঢুকো পৰিল। সম্ৰাটৰ জীয়েক এজনী বন্দী হ'ল। সম্ৰাটে জীয়েকৰ মুক্তি প্ৰাৰ্থনা কৰি কটকী পঠাই দিয়াত, সেনাপতি আবুওবায়দাই তেওঁক এৰি দিলে।

আৰ্দন প্ৰদেশ বিজয় —ফাহল-ৰণ, ১২ হিঃ।

দামেস্কৰ পতন হোৱাত, গোটেই ৰোম ৰাজ্যত হুৱাদুৱা লাগি পৰিল। ইয়াৰ হোৰ তুলিবলৈ সম্ৰাটে তেওঁৰ গোটেই শক্তি মোছলিমবিলাকৰ বিৰুদ্ধে পঠাবলৈ আদেশ দিলে। দামেস্ক-বিজয়ৰ পাচত, মোছলিম সৈন্য আৰ্দনৰ ( Jordan Valley ) ফালে গৈ, ফাহল নামেৰে ঠাই এখনত ৰ'লগৈ।

ৰোমান সৈন্যই তেওঁলোকক খেদি আব্দনৰ দাঁতিৰ বিছানা নগৰত থুপ খালেগৈ। মোছলিম সৈন্যৰ বল-বিক্ৰম আৰু সাহ-পিত দেখিয়েই ৰোমানবিলাকে সন্ধিৰ প্ৰস্তাৱ কৰাত, মাআজক তেওঁলোকৰ ওচৰলৈ কটকী স্বৰূপে পঠোৱা হ'ল। মাআজে গৈ দেখিলে যে, বহিবলৈ সোণালী পাত-কাপোৰ পাৰি থৈছে। গ্ৰীকবিলাকে তেওঁক বৰ আথে-বেথে আগবঢ়াই নি সেই কাপোৰৰ ওপৰত বহিবলৈ অনুৰোধ কৰিলে। মাআজে ক'লে, "দুখীয়া বায়তৰ তেজ শুহি এই 'ফৰচ' কৰা হৈছে, মই তাত বহিব নোখোঁজো।" এই বুলি তেওঁ মাটিতে বহিল। ৰোমান সৈন্যবিলাকে অবাক হৈ চাই থাকিল। মাআজে ক'লে, "ইছলাম গ্ৰহণ কৰি ন-জীৱন লাভ কৰক —নামাজ পঢ়ক, মদ খাবলৈ এৰক। তেনেহলেই আপোনালোক আমাৰ ককাই-ভাই —ৰণৰ একো প্ৰয়োজন নাই। এনে ধৰ্ম্মপ্ৰাণ গোঁড়া কটকীৰ লগত সন্ধিৰ আলোচনা অসম্ভৱ বুলি ভাবি, ৰোমানবিলাকে আবুওবায়দাৰ ওচৰলৈ তেওঁলোকৰ এজন কটকী পঠালে। সেই কটকী গৈ আৰু অবাক হ'ল। সৈন্যৰ মাজৰপৰা কোনজন নো সেনাপতি চিনাৰ উপায় নাই। সকলো সৈন্যৰ লগত একে লগ হৈ সেনাপতি মাটিত বহি আছে। কটকীয়ে ক'লে—"ক্ষতিপূৰণ স্বৰূপে সৈন্যই পতি দুটা দুটাকৈ সোণৰ মোহৰ দিওঁ, আপোনালোক উভতি যাওক।" আবুওবায়দাই এনে সন্ধি কৰিবলৈ সৈমান নোহোৱাত, ১৪ হিজৰীৰ জেলকা'দ মাহত দুই পক্ষৰে তয়া-ময়া ৰণ লাগিল। ৰণ-ক্ষেত্ৰ তেজেৰে বজাহৈ পৰিল। পাচত আব্দন

প্রদেশ মোচ্লিমবিলাকে অধিকাৰ কৰে। ইয়াত পঞ্চাশ হাজাৰ সৈন্যই প্ৰাণ হেৰুৱায়। হজৰত ওমৰৰ আদেশ মতে বায়তবিলাকৰ ধন-প্ৰাণৰ নিৰাপদতা আৰু ধৰ্ম্মৰ স্বাধীনত্ব ঘোষণা কৰা হ'ল।

দায়েৰ-আবিল-কুদ্দুচ দামেস্কৰ পৰা ৩০ মাইল আঁতৰ। তাত এজন খৃষ্টান সন্ন্যাসী আছিল। তেওঁক দৰ্শন কৰিবলৈ কেউফালৰ পৰা চামে-চামে মানুহ আহে। ইয়াৰ প্ৰকৃত তলা-নলা জানিবৰ কাৰণে, আবুওবায়দাই আব্দুল্লাহ বেন্-জা'ফৰক পাঁচ শ ঘোঁৰচালাৰ দি তালৈ পঠালে। সেই সময়ত ত্ৰিপোলীৰ ৰজাই তেওঁৰ অবিবাহিতা জীয়েক আৰু জোঁৱায়েকক লৈ, সেই সন্ন্যাসীৰ লগত দেখা কৰিবলৈ আহিছিল। তাত খৃস্টান, ইহুদী গ্ৰীক আদি দহ হাজাৰমান মানুহ গোটখাইছিল। মোচ্লিম সৈন্যক দেখিয়েই, শোধ-পোচ নকৰাকৈ তেওঁলোক সকলোৱেই লগে-ভাগে সেই সৈন্যৰ ওপৰত উবুৰি-খাই পৰি তেওঁলোকক বিবুদ্ধি খুৱালে। এই বাতৰি পায়েই বীৰবৰ খালিদে বায়ুবেগেৰে গৈ আবিল-কুদ্দুচত ওলালগৈ। খালিদৰ বীৰত্ব-কাহীনী সকলোৱে আগৰেপৰা শুনি আছিল। তেওঁৰ কৰাল মূৰ্ত্তি দেখিয়েই, বিপক্ষ দল পলাবলৈ ধৰিলে। খালিদে সিংহ-বিক্ৰমেৰে শত্ৰুৰ ওপৰত পৰিল। ত্ৰিপোলী ৰজা বণত পৰিল। মোচ্লিম সৈন্যই জয় লাভ কৰি বিজয়-নিচান উৰাই দিলে। সন্ন্যাসীক সম্মানেৰে মুক্ত কৰি দিয়া হ'ল। খালিদ দামেস্কলৈ উভতিল।

দায়েৰ আবিল কুদ্দুচ বণ।

হালব অধিকাৰ।

যি সময়ত নো'মানে ইছ্‌লামৰ গৌৰব-জেউতি বিস্তাৰ কৰি ইৰাণৰ ( পাৰস্যৰ ) ৰণক্ষেত্ৰত নিজৰ জীৱন উছৰ্গি অালৌকিক বীৰত্ব দেখুৱাইছিল আৰু নোহাৱেমে নগৰৰ পাচত নগৰ অধিকাৰ কৰি ককাচচ্ ( Caucasus ) পৰ্ব্বতৰ কাষত খলকনি লগাই দিছিল, সেই সময়ত বাঁৰ শ্ৰেষ্ঠ আবুওবায়দাই দায়েৰ-আবিল-কুদ্দুচ, কেনেস্ৰিন আৰু আল্‌হাদিদত ইছ্‌লামৰ জয় ঘোষণা কৰি, হালব ( Aleppo )মুৱা হৈছিল। যাওঁতে বাটত, যোচিয়াৰ আৰু আন দাঁতি-কাষৰীয়া মানুহবিলাকে ইছ্‌লামৰ সৌন্দৰ্য্যত ভোলগৈ ইছ্‌লাম গ্ৰহণ কৰে। উত্তৰ চিৰিয়াৰ মাজত হালবৰ কোঁঠ সকলোতকৈ সুদৃঢ় আছিল। ইয়াৰ শাসন-কৰ্ত্তা আছিল— ইউকেন্না আৰু তেওঁৰ ভায়েক জোহান। জোহান সন্ন্যাস-ব্ৰত অবলম্বন কৰি নিজ্জৰ্নত বাস কৰিছিল। মোছ্‌লিম সৈন্য অহা বাতৰি শুনি ভাবী-বিপদ আগত দেখি, তেওঁ ইউকেন্নাক সন্ধি কৰিবলৈ অনুৰোধ কৰিলে; কিন্তু ইউকেন্নাই ক'লে "আৰৱ সৈন্য তিনি ভাগ হৈ, এভাগ চেচেৰিয়া, এভাগ দামেস্ক আৰু আন ভাগ মিচিৰ ( Egypt ) প্ৰদেশৰ ফালে যাত্ৰা কৰিছে যেতিয়া সিহঁত আগতকৈ বহুত দুৰ্ব্বল হৈ পৰিছে। শত্ৰু দলৰ কণ'কঠীয়া মাৰি আথাও-পুথাওৰ গৌৰব বঢ়াবৰ এয়ে সোণাময় ছেগ।"

মোছ্‌লিম সেনাপতিয়ে কাআবক এহাজাৰ সৈন্য দি আগবাঢ়ি যাবলৈ আদেশ দিলে। কাআবে বাটত এঠাইত

জিৰাইছিল, এনে সময়ত ইউকেন্নাই পাঁচ হেজাৰ সৈন্য লৈ অতৰ্কিত ভাৱে পকা মোছলিম সৈন্যৰ ওপৰত পৰিল। সেই দিনা ১৫০ জন মুছলমান "শ্বহীদ" হ'ল আৰু বহুত মানুহ ঘুনীয়া হ'ল। ইউকেন্নাৰ এনে আচৰণ দেখি, আৰু তাৰা বিপদলৈ ভয় কৰি, হালবৰ মুখ্য মানুহবিলাকে গোট-পিট খাই সন্ধিৰ প্ৰস্তাৱ কৰি, ৩০ জন মানুহ তেওঁলোকৰ প্ৰতিনিধি স্বৰূপে আবুওবায়দাৰ ওচৰলৈ পঠালে। এই ৩০ জন মানুহ আহি ক'লে, "আমি ইউকেন্নাৰ উপদ্ৰৱত জৰ্জ্জৰিত হৈ আপোনাৰ ছাঁৰ তলত জিৰাবলৈ আহিছোঁ। আমাক এই অত্যাচাৰীৰ হাতৰ পৰা ৰক্ষা কৰক। আমি প্ৰতিজ্ঞা কৰিছোঁ যে, মোছলিম সৈন্যক ৰচদ-পাতি দি সকলো প্ৰকাৰে সহায় কৰিম।" ইউকেন্নাই এই সন্ধিৰ উৰাদিহ পাই, ৰণৰ সঙ্কল্প এৰি তেওঁৰ সৈন্যবিলাকক লৈ কোঁঠৰ ভিতৰত সোমাল। আনেকাদিনা পুন্নাই এই সন্ধি কৰাৰ নিমিত্তে, তেওঁ তিনি শ মানুহক নিৰ্দ্দয়ৰূপে বধ কৰিলে আৰু জোহানে তেওঁলোকৰ প্ৰাণভিক্ষা কৰাত পিতাকে তৰোৱালেৰে মূৰ ছিঙ্গি তেওঁকো সিফলীয়া কৰিলে।

আবুওবায়দা আৰু খালিদ আহি কাআবৰ লগ ধৰিলে আৰু 'শ্বহীদ' সকলক 'দফন' (সমাধিস্থ) কৰি, খালিদে নগৰৰ ফালে খোজ ললে। ইউকেন্নাই অলেখ সৈন্য লৈ তেওঁক আগচিলেহি। দুই দলৰে ভয়ানক ৰণ লাগিল। ইউকেন্নাৰ তিনি হেজাৰ সৈন্য জয়পাতে ক্ষয় হ'ল। ইয়াত

ভয় খাই, বাকী সৈনা লৈ তেওঁ কোঁঠত সোমাই নগৰৰ দুৱাৰ বন্ধ কৰি দি, দেৱালৰ ওপৰৰপৰা ছেদভেদ নোহোৱাকৈ শিল দলিয়াই বহুত মুছলমানক মাৰে। মোছ্লিম সৈন্যই নগৰ অবৰোধ কৰি থাকোঁতেই, এৰাতি হঠাৎ ইউকেন্নাৰ এদল সৈন্য ওলাই আহি অশংকিত ভাৱে থকা মোছ্লিম সৈনাৰ ওপৰত পৰি, তেওঁলোকৰ ৬০ জনক বধ কৰে আৰু ৫০ জনক বন্দী কৰি নিয়ে। পাচদিনা মুছলমান সৈনাক দেখুৱাই এই ৫০ জনকো বধ কৰে। আনফালে তেওঁলোকৰ আন এদল সৈনাই বচদ-পাতি বিচাৰি যোৱা মুছলমান সৈনাৰ ওপৰত পৰি, ১৬০ জনক বধ কৰি বয়-বস্তুবোৰ লুটি নিয়ে। এই ঘটনাৰ বাতৰি বীৰবৰ খালিদৰ কাণত পৰাত, তেওঁ হৈ শত্ৰুবিলাক কোঁঠৰপৰা বাহিৰ হোৱা বাটত খাপ্ লৈ থাকি, এদল সৈন্যই বাজলৈ ওলাওঁতেই তাৰে তিনি শক বন্দী কৰে আৰু বাকীবিলাকক বধ কৰে। বাতি-পুৱা হ'লত শত্ৰুৰ কঠোৰ আচৰণ অনুসৰি বন্দীবিলাকক কোঁঠৰ আগতে মাৰি পেলায়।

ছালৰ অববোধ কৰি থাকোঁতে, দিনেও মোছ্লিম সৈন্যৰ সংখ্যা ক্ৰমে টুটা দেখি, আবুওবায়দা বৰ চিন্তিত হ'ল। ইয়াৰ কাৰণ কি? তলে তলে আঁটকাল লোৱাত শত্ৰু পক্ষৰ এজন গুপ্ত চোৰাংচোৱা তেওঁৰ সৈন্যৰ মাজত ধৰা পৰিল আৰু দুজন অলপ আগেয়ে কোঁঠলৈ উভতি গ'ল। মুছলমানবিলাকে পূৰা পাঁচ মাহ কোঁঠ অববোধ কৰি থাকিল।

কেনেস্ত্রিন আৰু আল্‌হাদিদৰ জয় আৰু হালবত মোচ্‌লিম সৈন্য-ক্ষয়ৰ বাতৰি পাই, খলিফাই সৈন্য-সাহায্য পঠালে। এই সৈন্যৰ মাজত দামেচ নামেৰে এজন বৰ নামজলা বীৰ আছিল। তেওঁ যেতিয়া দেখিলে যে, ৪৭ দিনটো কোঁঠ অধিকাৰ কৰা নহ'ল, তেতিয়া ৩০ জন সাহিয়াল বণুৱ লগত লৈ বাতি ওলাই গ'ল আৰু তেওঁলোকৰ সহায়ৰ নিমিত্তে পুনাই এদল ঘোঁৰছোৱাৰ পঠাবলৈ আবুওবায়দাক অনুৰোধ কৰিলে। বচন-পাতিৰ পেলা কান্ধত বান্ধি, চাগলীৰ ছালেৰে পিঠি আৰু কান্ধ ঢাকি আৰু এড়োখৰ শুকান ৰুটিৰ বাকলি হাতত লৈ, বগুৱাবাই গৈ কোঁঠৰ ওচৰ পালেগৈ। কোনো মানুহ ওচৰলৈ অহা গম পালেই, সেই ৰুটিৰ বাকলি ডোখৰ মুখেৰে কুকুৰে হাড় চোবোৱাৰ দৰে চোবাই শব্দ কৰে। তেওঁৰ লগৰীয়াবিলাকেও সেই দৰে লুকাই পাচে পাচে বায়। কোঁঠৰ ওচৰলৈ গৈ দেখে যে, তাৰ ওপৰত উঠা অসম্ভৱ। তেতিয়া তেওঁ কোঁঠৰ দেৱালৰ কাষত বহি এজনক তেওঁৰ কান্ধৰ ওপৰত তুলিলে, এইদৰে ইজনৰ কান্ধত সিজনক দি সাতজন মানুহক তুলিলে। ওপৰৰ জনে দেৱালৰ ওপৰত উঠি দেখিলে যে, তিনিজন প্ৰহৰীয়ে তিন ঠাইত মদ খাই ওৰঘোৰ মৰ-টোপনিত পৰি আছে। খিতাতে কেউজনকে বধ কৰি দেৱালৰ বাহিৰত পেলাই দিলে আৰু নিজৰ কাপোৰ এখন ওলোমাই দি, এজন এজনকৈ লগৰীয়া কেউজনকে ওপৰলৈ তুলি নিলে। কোঁঠৰ

দুর্বাক অকলে পুনই দামেচে বধ কবি দুৱাৰ মোকোলাই দি'ল আৰু লগৰীয়াবিলাকক দুৱাৰ অধিকাৰ কৰিবলৈ আদেশ দিলে। কোঁঠৰ ভিতৰত মানুহবিলাকে কেনেবাকৈ ইয়াৰ গম পোৱাত, তেওঁলোকৰ মাজত হুৱা-দুৱা লাগি পৰিল।

কেৰু-ক্বালি দিয়া মাত্ৰকে, খালিদৰ ঘোঁৰচাৱাৰ বিলাকো তাত ভুমুক দিলেহি। তাকে দেখি দামেচ আৰু তেওঁৰ লগৰীয়াবিলাকে উলাহতে গৰ্জ্জনি মাৰি "আল্লাহো আক্বৰ" ধ্বনি কৰি উঠিল আৰু তাৰ লগে লগে ঘোঁৰচাৱাৰবিলাকে বিজুলী-বেগেৰে গৈ কোঁঠৰ ভিতৰত সোমাল। কোঁঠৰ ভিতৰত থকা মানুহবিলাকে ভয়ত পেপুৱা লাগি অস্ত্ৰ-শস্ত্ৰ এৰি বশ্যতা স্বীকাৰ কৰিলে। জয় জয়তে ইউকেন্নাই পৱিত্ৰ 'কলমা' পঢ়ি মুছলমান হ'ল। দামেচৰ এনে প্ৰত্যুৎপন্নমতিত্বৰ বলত দুৰ্গম অজেয় হালৱ কোঁঠ টিপাতে মুছলমানৰ পদানত হ'ল।

হালৱ অধিকাৰ কৰি, মোছ্লিম সেনাপতি আবুওবায়দাই আজাজলৈ যাত্ৰা কৰিলে। সম্ৰাটৰ দদায়েকৰ পুতেক থিওডৰাচ আজাজৰ শাসনকৰ্ত্তা। ইকেন্নাই আবুওবায়দাৰ অনুমতি লৈ এল্ আৰৰ ৰণুৱাৰে সৈতে আগবাঢ়িল। তেওঁ তিনি মাইল মান যোৱাৰ পাচত, আবুওবায়দাই তেওঁৰ আও-ভাও বুজিবৰ নিমিত্তে আৰু আৱশ্যক হ'লে সময়োপযোগী সহায় কৰিবলৈ, মালেক আলেস্তাৰক এহাজাৰ সৈন্য দি পঠালে। থিওডৰাচক

আজাজ কোঁঠ অধিকাৰ।

ভুৱা দিবৰ নিমিত্তে, ইউকেন্নাই নগৰ আৱৰণিলাকক খৃষ্টান সৈন্যৰ সাজ-পাৰ পিন্ধালে। মুছলমান সৈন্যৰ মাজত থিওডৰাচৰ এজন চোৰাংচোৰা আছিল। সি 'কাচেদ' (বার্ত্তা-বাহক) পাৰৰ পাখীৰ তলত চিঠি বান্ধি দি আমাক কোঠলৈ সকলো বাতৰি পঠাই আছিল। গতিকে, থিওডৰাচে আগেয়ে ইউকেন্নাৰ অভিপ্ৰায় জানিছিল।

থিওডৰাচে তিনি হাজাৰ গ্ৰীক শ্ৰক দহ হাজাৰ আৱৰ সৈন্যেৰে সৈতে মুছলমানবিলাকৰ লগত ৰণ দিবলৈ সাজু হৈ আছে। থিওডৰাচে ইউকেন্নাক দেখিয়েই ঘোঁৰাৰপৰা নামি দাঁদলদি পৰি প্ৰণাম কৰি, তেওঁৰ ঘোঁৰাৰ বেকাৰ চুমা খাব খোজাৰ ভাওজুৰি ঘোঁৰাৰ পেটি কাটি তেওঁক মাটিত পেলাই দি, পিতাতে বন্দী কৰি পেলালে। গোটেই মোছ্লিম সৈন্য শত্ৰুৰ হাতত বন্দী হ'ল।

আব্বাবেন্দান নগৰৰ শাসনকৰ্ত্তা লুকাচে পাঁচ শ ঘোঁৰ-চোৱাৰ লৈ থিওডৰাচক সহায় কৰিবলৈ আহোঁতে, বাটতে মালেকে সিইতক পাই, সকলোকে মাৰি খাস্তাং কৰি লুকাচৰ অহা বাতৰি দিবলৈ বুলি তাবেক-আল-গচ্ছানিক থিওডৰাচৰ ওচৰলৈ পঠাই দিলে। তাৰ পাচত মালেকে, নিজৰ সৈন্য-বিলাকক শত্ৰুৰ সাজ-পাৰ পিন্ধাই হাতত সিইঁতৰ নিচান দি, কোঁঠৰ ফালে খোজ ললে।

থিওডৰাচৰ লিওন নামেৰে এজন পুত্ৰেক আছিল। লিওন বেতিয়া হালবড আছিল, তেতিয়া ইউকেন্নাই তেওঁক পোহ-

পাল দিছিল। লিওনে ইউকেম্নাক বন্দী অৱস্থাত দেখি মুক্ত কৰিব খোজাত, ইউকেম্নাই ক'লে "যদি তুমি পবিত্র ইছ্লামৰ পোহৰ পাই মোক মুক্ত কৰিব খুজিছা, তেন্তে তোমাৰ ইচ্ছা অনুসৰি কাম কৰিব পাৰা, নতুবা পাৰ্থিব স্বাৰ্থৰ নিমিত্তে নিজৰ জীৱনক বিপদত নেপেলাবা। "আত্মীয় মানুহবিলাক মোৰ প্ৰিয়, কিন্তু ধৰ্ম্ম প্ৰিয়তম' -এই বুলি লিওনে সকলো মুছলমানৰ বান্ধনি মোকোলাই দিলে আৰু অস্ত্ৰ-শস্ত্ৰ দি তেওঁলোকক আল্লাৰ নাম লৈ বাহিৰ হবলৈ ক'লে। মোছ্লিম বন্দীবিলাক মুক্ত হৈ শত্ৰুবিলাকৰ ওপৰত উবুৰি খাই পৰিল। কোঁঠৰ ভিতৰত ভয়ানক হাই উৰুমি লাগিল।

মালেকে এই চিঞৰ-বাখৰ শুনি আৰু প্ৰকৃত ঘটনা কি তাৰ আঁটকাল লৈ, বিজুলীবেগেৰে গৈ মুছলমানবিলাকৰ লগত লগ-খাই সহজে কোঁঠ অধিকাৰ কৰি ল'লে।

লিওনৰ ককায়েক লুকে নিজৰ পিতাক খিওডৰাচক বধ কৰিলে—এই কথা মালেকে শুনি বৰ আচৰিত হ'ল। সোধাত লুকে ক'লে, "আমি ল'ৰা-কালত এজন সন্ন্যাসীৰপৰা মহাত্মা মোহম্মদৰ আৰু তেখেতৰ ধৰ্ম্ম সম্বন্ধে বহুত প্ৰশংসা শুনিছিলোঁ। তেওঁ কৈছিল যে, মুছলমানবিলাকে এসময়ত এই কোঁঠ অধিকাৰ কৰিব আৰু গোটেই চিৰিয়া ( শ্যাম ) প্ৰদেশত সেই সত্য ধৰ্ম্মই পোহৰ দিব। সেই দিনধৰি মোৰ মনৰ পৰিবৰ্ত্তন ঘটিছে। এই ছেগতে মই আল্লাৰ ভক্তসকলৰ মাজৰ এজন হবলৈ আশা কৰি এনে কাম কৰিছোঁ।" মালেকে এটি দীঘলীয়া হুমুনিয়াহ কাঢ়ি

ক'লে –"হে বৰিৰল আলেমান! তুমিয়েই সকলো বস্তুৰ সৃষ্টা তুমিয়েই আকৌ ধ্বংসকাৰী! কাম সমাধাকৰাৰ আগেয়ে তুমিয়েই তাৰ কাৰণ নিৰূপিত কৰা। তোমাৰ কল কৌশল মানৱ বুদ্ধিৰ অগম্য।" তাৰ পাচত ককাই-ভাই দুয়ো ইচ্‌লামত দীক্ষিত হ'ল। এই ঘটনাৰ পাচত চাইদ-বেন-আমিৰক এশ সৈন্য দি কোঠৰ শাসন-ভাৰ দি মালেক তাৰপৰা গ'ল।

হাম্‌চ্ নগৰ মূৰ্ত্তিপূজকবিলাকৰ এখন তীৰ্থস্থান। ইয়াৰ আগৰ নাম হেম্ বা এমেচা আছিল। গেচ্চান সম্প্ৰদায়ৰ জাবালা এব্‌নোল আয়হামে * তেওঁৰ পৰিয়ালেৰে সৈতে মদিনালৈ গৈ খলিফাৰ ওচৰত ইচ্‌লামত দীক্ষিত হৈ ফাঁকি ফুকা কৰি বাতিয়েই পলাই আহে। পাচত তেওঁ গ্ৰীক শত্ৰু বিলাকৰ লগত মিলি ইয়াতে আছিল। এই বিষয়ে খলিফাৰপৰা চিঠি পাই, আবুওবায়দাই এই নগৰৰ ওচৰতে ৬৩৫ খৃঃ অব্দৰ নবেম্বৰ মাহত কৌঠ মাৰি থাকেহি।

হাম্‌চ্, আলহাদিদ আৰু কেনেস্ৰিন নগৰৰ লগত সন্ধি, ১৪ হিঃ

যেই দিনাই আবুওবায়দা সেই খিনি পালেগৈ, সেই দিনাই তাৰ শাসন-কৰ্ত্তাৰ মৃত্যু হয়। এই নগৰৰ বাঁতিত মুচলমান বিলাকৰ লগত এখন ৰণ লাগে। এই ৰণত মুচলমানবিলাকে ঘোঁৰা, উট আদি ভালেমান বয়-বস্তু পায় আৰু ৪০০ চাৰি শ মানুহ বন্দী কৰে। এই বন্দীবিলাকক ছিয়া-ধুনি কন্দা

* গ্ৰন্থকাৰে লিখা হজৰত মোহম্মদৰ উক্‌বা-কাণ্ডৰ ২৬× —২৭× পিটি চাওক।

দেখি, আবুওবায়দাই সিহঁতক নিজৰ বয়-বস্তু ওভোতাই দি, এৰি দিলে। সেনাপতিৰ এনে দয়া আৰু উদাৰতাৰ বিষয় কেউফালে বিয়পি পৰাত, হাম্ছ্. আল্হাদিৰ আৰু কেনেস্রিনৰ মানুহ-বিলাকে এবছৰৰ নিমিত্তে মোছ্লিম সেনাপতিৰ লগত সন্ধি কৰে। ইয়াৰ পাচত আবুওবায়দাই বা-আল্বাক ( Baalbek )লৈ * যাত্রা কৰিলে।

বা'-আল্বাক অধিকাৰ. ১৫ খৃঃ।

বা-আল্বাক নগৰৰ শাসনকৰ্ত্তা হাৰ্বিচে ভালেমান সৈন্য লৈ মুছলমানবিলাকক আক্রমণ কৰিলেহি। হাৰ্বিচে তৎ নেপাই নগৰৰ ভিতৰত সোমাই আশ্রয় লবলৈ বাধ্য হ'ল। আবুওবায়দাই নগৰ অৱৰোধ কৰি তেওঁলৈ নিজৰ অভিপ্রায় জনালে। তেওঁ চিঠিখন ডোখৰ ডোখৰ কৈ ফালি দূত জনক খেদাই দিলে। পাচত দুই দলৰে দোৰ্ঘোৰ ৰণ লাগিল। চোহায়েল-এব্নে-চাবাহ নামেৰে মোছ্লিম বীৰ এজনৰ সোঁ বাউসিটি কটা যোৱাত, তেওঁ ঘোঁৰাৰ পৰা নামি ওচৰৰ পৰ্ব্বতৰ টিং এটাত উঠিল। তেওঁ তাৰপৰা দেখিলে যে, এফালে আবুওবায়দা আৰু তেওঁৰ লগত থকা সৈন্যবিলাকক শত্রু-সৈন্যই জলা-কলা কৰিবলৈ ধৰিছে আৰু আন ফালে দেৰাৰ আৰু ছা'আদ-এব্নে-জায়েদে দুয়াৰ মুখত নিটাল মাৰি মনে মনে বহি আছে। তেওঁ তেতিয়া আৰৱবিলাকৰ চিৰ-প্রচলিত নিয়ম

* বা-আল্বাক্ চুৰিয়ানি শব্দ অর্থ 'বেলিৰ নগৰ'। এই নগৰকে গ্রীক বিলাকে 'হেলিওপলিচ' বুলিছিল।

অনুসৰি গছৰ কেঁচা পাতবোৰ গোটাই জুই দি ধোঁৱা তুলি দিলে। দেবাৰ আৰু ছাঁ আগে এই চিঁয়াৰ পাই ধোঁৱা চেকুৰাই নিজৰ সৈন্যবে সৈতে আবুওবায়দাৰ ওচৰত ওলাই শত্রু-সৈন্যৰ ওপৰত পৰিল। শত্রু-সৈন্যই অলপ পৰ ৰণ কৰিয়েই পলাই পর্ব্বতৰ নিজস্থান সন্ন্যাস নগ এটাত আশ্ৰয় ললেগৈ। জোহা-য়েলৰ প্ৰত্যুৎপন্নমতিত্ব শলাগিবলগীয়া। হাৰ্কিচে দেখিয়া দেখিলে যে, সন্ন্যাসাশ্রমত আত্মৰক্ষা কৰা টান, তেতিয়া তেওঁ বশ্যতা স্বীকাৰ কৰি, আবুওবায়দাৰ লগত সন্ধি কৰে। কিন্তু ইয়াৰ দিনচেৰেকৰ পাচতে তেওঁৰ উপদ্ৰৱৰ নিমিত্তে প্ৰজাবিলাকে তেওঁক বধ কৰি, মুছলমানবিলাকক তেওঁৰ শাসন-ভাৰ লবলৈ অনুৰোধ কৰে। ৰফি-এব্নে-আব্দুল্লাই সেনাপতিৰ আদেশ মতে নগৰত সোমাই নিজে শাসন-ভাৰ গ্ৰহণ কৰিলে। এই দৰে ৬৩৬ খৃঃ অব্দৰ ২০ জানুৱাৰীত ( ১৫ হিজৰী ; বা-আল্বাক্ মুছলমানৰ হাতলৈ আহিল।

হাম্ছ নগৰ অৱৰোধ।

হাম্ছৰ সন্ধিৰ নির্দ্দিষ্ট সময় উকলি গলত, আবুওবায়দাই নিজৰ সৈন্য লৈ সেই নগৰ অৱৰোধ কৰি, তাৰ শাসনকৰ্ত্তালৈ লিখি পঠালে —“আপোনা-লোকে ইছ্লাম গ্ৰহণ কৰি, আমাৰ সকলো সৌভাগ্যৰ অধিকাৰী হওক, নাইবা নির্দ্দিষ্ট কৰ দি আপোনা-লোকৰ সকলো ধন-সম্পত্তি হেলাৰাঙ্গে ভোগ কৰি থাকক।” এই চিঠি পাই বিপক্ষ সেনাপতিৰ খঙ্গে গৈ মূৰৰ চুলিৰ আগ পালে। তেওঁ বহুত সৈন্যবে সৈতে নগৰৰ বাজলৈ আহি

হঠাৎ মুছলমানবিলাকৰ ওপৰত উবুৰিখাই পৰিল। ছেদ-ভেদ নোহোৱাকৈ তুমুল ৰণ লাগিল। সাঁজ লগাত ৰণ থমকা মাৰিলে।

ৰাতিপুৱা আবুওবায়দাই বিপক্ষ সেনাপতিলৈ কৈ পঠালে যে, পাঁচ দিনৰ জোখাৰে ৰচদ পালে, তেওঁলোক নগৰ অৱৰোধ নকৰি গুচি যাব। গ্ৰীকবিলাকে তেতিয়াই পাঁচ দিনৰ জোখাৰে ৰচদ পঠাই দিলে। এই ৰচদ পাই আৰৱ-সেনাপতিয়ে আকৌ কৈ পঠালে যে, তেওঁলোক বহুত দূৰ যাব লাগিব, এতেকে তেওঁলোকক আৰু বেচিকৈ ৰচদ দিলে ভাল। এই কথা শুনি গ্ৰীক সেনাপতিয়ে সন্মুখ বিপদৰ পৰা হাত-সাৰিবলৈ জাৰিজোকাৰি গোটাইথোৱা গোটেই ৰচদ দি পেলালে।

আৰেস্তান নগৰ অধিকাৰ।

আবুওবায়দাই হাম্‌ছ্‌ এৰি আৰেস্তান নগৰৰ মানুহবিলাকক ইছ্‌লাম গ্ৰহণ কৰিবলৈ আহ্বান কৰিলে, কিন্তু কোনেও তেওঁৰ কথালৈ কাণ-সাৰ নকৰিলে। পাচত তেওঁ খায়েজাৰৰ কালে যাওঁ বুলি প্ৰচাৰ কৰি, কুৰিটা কাঠৰ পেৰাৰ ভিতৰত দেৰাৰ, আব্দুৰ্‌ৰহ্‌মান, আব্দুল্লাহ-এব্‌নে-জা'ফৰ আদি কুৰিজন বীৰক অস্ত্ৰ-শস্ত্ৰ দি ভৰাই, ভিতৰৰ পৰা মোকোলাব পৰাকৈ বাজফালৰ সাঁচাৰ বন্ধ কৰি, সেই পেৰা কেইটা দিনচেৰেক থৈ দিবলৈ বুলি শাসনকৰ্ত্তাক অনুৰোধ কৰিলে। শাসনকৰ্ত্তাই আৰৱ লস্কৰৰ পৰা ৰক্ষা পাবলৈ তৎক্ষণাত তেওঁৰ অনুৰোধ ৰক্ষা কৰিলে। আবুওবায়দাই খালিদক শ'চেৰেক সৈন্য দি বাজত এঠাইত লুকাই থাকিবলৈ আদেশ দি, বাকী সৈন্য লৈ নগৰ এৰিলে।

গ্ৰীকবিলাকে সন্মুখ বিপদৰ পৰা ৰক্ষা পালে। মুলি ভাবি, ঈশ্বৰক ধন্যবাদ দিবৰ নিমিত্তে গীৰ্জ্জাত গোট-পিত খাই আনন্দ কৰিবলৈ ধৰিলে। গীৰ্জ্জাৰ ঘণ্টাৰ মাত্ত আৰু আনন্দ-ধ্বনি যেতিয়াই উঠিল, পেড়াৰপৰা আৰব বীৰ কেউজন বাহিৰ হৈ শাসনকৰ্ত্তাৰ ভিৰোতাৰপৰা দুৱাৰৰ সচাঁৰ-কাঠী উলিয়াই ললে। আব্দুল্লাই ১৪ জন বীৰ লৈ গীৰ্জ্জাৰ দুৱাৰ বন্ধ কৰি, দেবাবে বাকী চাবিজন বীৰেৰে নগৰৰ দুৱাৰ মোকোলাই দি "আল্লাহো আকৃবৰ" ধ্বনিৰে গোটেই নগৰ প্ৰতিধ্বনিত কৰি তুলিলে। খালিদে এই কোৰ্হাল শুনা মাত্ৰকে লুকাই থকা ঠাইৰপৰা ওলাই নগৰৰ ভিতৰলৈ গৈ শত্ৰু দলক ঠাইতে বন্দী কৰি পেলালে। এই দৰে বিনা ৰক্তপাতে আৰেস্তান নগৰ মুছলমানসকলৰ হাতৰ মুঠিলৈ আহিল।

হামেজাৰ নগৰ অধিকাৰ।

আৰেস্তান-বিজয়ৰ পাচত মোছ্‌লিম সৈন্য হামেজাৰলৈ গ'ল। সেই নগৰৰ মানুহবিলাকে মুছল-মানবিলাকৰ দিগ্বিজয়-বাতৰি শুনি, আগেয়ে পেপুৱা খাই আছিল। এতিয়া তেওঁলোকক আগতে দেখি, চুলিৰ আগে ধাতু উৰিল। তৎ নোহোৱা হৈ আত্মসমৰ্পণ কৰিবৰ নিমিত্তে শাসনকৰ্ত্তাক ৰবকৈ ধৰাত, তেওঁ-লোকে ভাবিহে থালে। কিন্তু নগৰৰ সকলো মানুহে একে-গোট হৈ শাসনকৰ্ত্তাক বন্দী কৰি, আৰব সৈন্যৰ বশ্যতা স্বীকাৰ কৰিলে।

আবেস্তান আৰু শ্বাযেজাবত বিজয়-নিচান উৰাই, আৰব সেনাপতি হাম্বুছ্‌ নগৰলৈ উভতিল। তাৰ

হাম্বুছ্‌ অধিকাৰ। মানুহবিলাকে আৰব সৈন্যক দুনাই হঠাৎ তাত দে.খি হতবুদ্ধি হ'ল। তেওঁলোকে আগেয়ে গোটেই বচৰ-পাতি বেচি দি মুৰ্খতাৰ কাম কৰিছিল। যি হওক নহওক, দুই দলৰে ভয়া-ময়া ৰণ লাগিল। খালিদৰ তৰোৱাল ভাগি ডোখৰ ডোখৰ হ'ল। তেওঁ অলপ পৰ নিৰস্ত্র হ'ল হয়, কিন্তু থিতাতে সিংহৰ দৰে গৰ্জ্জি এবে জাপে ওচৰৰ শত্রু সৈন্য এজনৰ হাতৰপৰা তৰোৱাল এখন কাঢ়ি লৈ, আকৌ ৰণ কৰিবলৈ ধৰিলে। শত্রু ফালৰ পৰা হাজাৰ হাজাৰ কাঁড় আহি আৰব সৈন্যৰ ওপৰত পৰি সিহঁতক বিচুৰ্ত্তি খুৰাবলৈ ধৰিলে। অৱস্থা বুজি, তীক্ষবুদ্ধি খালিদৰ ইঙ্গিত মতে আৰব সৈন্যই পাচ-হোঁহকিবলৈ ধৰিলে। ইয়াকে দেখি শত্রু সৈন্যই শাৰী ভাঙ্গি কোনোৱে তেওঁলোকক খেদা দিলে. কোনোৱে তেওঁলোকৰ শিবিৰ লুটিবলৈ গ'ল। এনেতে খালিদে চিঞঁৰ দিয়া মাত্রকে আৰব সৈন্যই ছেদেলি-ভেদেলি হৈ যোৱা শত্রু সৈন্যৰ ওপৰত উবুৰি খাই পৰি "আল্লাহো আকৃবৰ" ধ্বনিৰে গোটেই ৰণ-ক্ষেত্র কঁপাই তাক শত্রু ভেজেৰে বু.াই পেলালে। শত্রু সেনাপতি ৰণত পৰিল। অগত্যা শত্রু সৈন্যই আত্মসমৰ্পণ কৰিলে।

মুছলমানবিলাকৰ ওপৰা-উপৰি বিজয়-বাত্তৰি শুনি সম্রাট হিৰাকলৰ ( Heraclius. ) পেটতে হাত-

মোহ্‌জিৰ্ সৈন্যই হাম্‌চ্‌ এৰা।

ভৰি নুকাল। এতিয়া কেনেকৈ ইন্দ্ৰৰ অমৰাৱতীৰেন বিভোপন চিৰিয়া দেশখন নিৰাপদ কৰা যায়, তেওঁ তাৰ চিন্তা কৰিবলৈ ধৰিলে আৰু চিচেৰিয়া, ট্ৰয়, চুচুম, আক্কা, জাফ্‌ফা, ত্ৰিপোলী, বেৰুত, টাইবেৰিয়া আদি সমুদ্ৰৰ দাঁতিকাষৰীয়া নগৰবোৰলৈ একোদল আৰু কেল্‌চেডিন ৰক্ষা কৰিবলৈ এদল সৈন্য পঠালে। আৰব সৈন্যক সমূলি নিৰ্ম্মূল কৰিবলৈ বুলি ৮০ হাজাৰ বাচকবনীয়া সৈন্য লৈ সেনাপতি ম্যান্নুয়েল আগবাঢ়ি গ'ল। জাবালা-এব্‌নোল্‌-আয়হামে (*) ৬০ হাজাৰ আৰব সৈন্য লৈ ম্যান্নুয়েলক সহায় কৰিবলৈ আহিছে আৰু সম্ৰাটৰ পুতেক কনষ্টেণ্টাইনে ৪০ হাজাৰ সৈন্য লৈ চিচেৰিয়াৰ ওচৰ চাপিছেহি। শত্ৰুৰ এই বিৰাট আয়োজন-বাতৰি পাই, আৰব সৈন্যৰ অলপ বুকু কঁপিল। তেতিয়া তেওঁলোকে হাম্‌চ্‌ নগৰ এৰি আৰব সীমান্ত থকা য়্যাৰমুকলৈ যাত্ৰা কৰিলে।

হাম্‌চ্‌ এৰাৰ আগেয়ে আবুওবায়দাই ধন-ভঁৰালী হবিব-বেন্‌-মোছ্‌লিমাক তাৰ অ'মুছলমান-প্ৰজাৰপৰা যি 'জিজিয়া' আদায় কৰা হৈছিল, তাক সিইঁতক ওলোটাই দিবৰ নিমিত্তে হুকুম দিলে—কাৰণ, এই কৰ সিইঁতক ৰক্ষা কৰিবৰ নিমিত্তেহে

(*) এই জাবালাই হজৰত ওমৰৰ ওচৰত ইছ্‌লামত দীক্ষিত হৈ মক্কাৰ কা'বা-তোৱাফ কৰোঁতে এটি চহা মানুহক চৰ এটা মৰাত দোষী সাব্যস্ত হোৱাত, পলাই আহি শত্ৰু সৈন্যত যোগ দিছিলহি। হজৰত মোহম্মদৰ জীৱনীৰ উত্তৰা-কাণ্ডৰ ২৬× — ২৭× পিঠি চাওক।

ভোলা হৈছিল। মুছলমানবিলাকে এতিয়া সেই ভাৰ ল'বলৈ অক্ষম হোৱাত, এই আদেশ মতে হুবিবে আদায় কৰা কৰ প্ৰজা-বিলাকক ওলোটাই দিয়া হ'ল। এনে ত্যাগৰ আহি জগতত বিৰল।

খিলাফৰ সময়ত হামুছ্‌ৰ খৃষ্টান প্ৰজাবিলাকে মুছলমান-বিলাকক তুনাই আহি হামুছ্‌ অধিকাৰ কৰিবলৈ বহুত কাবৌ-কোকালি কৰিলে। ইহুদী প্ৰজাবিলাকে শপত খাই কবলৈ ধৰিলে—"আমাৰ জীৱন থাকে মানে, কায়চৰক হামুছ্‌ত সোমাবলৈ নিদিওঁ।" দৰাচলতে কাৰ্য্য ক্ষেত্ৰত সিহঁতে তাকেই কৰিছিল।

যিবোৰে মুছলমানবিলাকৰ লগত সন্ধিসূত্ৰেৰে বান্ধখাই আছিল বা তেওঁলোকৰ হাতত আত্মসমৰ্পণ কৰিছিল, বাটত সিহঁতৰ যাকে পাইছিল, জাবালাই তা'কে নথৈ অত্যাচাৰ কৰাত, মকাবীৰ খালিদে সক এদল সৈন্য লৈ জাবালাক আক্ৰমণ কৰিলেগৈ। শত্ৰু সৈন্য এই ৰণত হাৰিল হয়, কিন্তু এজিদ, ৰফি আৰু দেৰাৰ সিহঁতৰ হাতত বন্দী হ'ল।

জাবালাৰ লগত ৰণ—এজিদ, ৰফি আৰু দেৰাৰৰ শত্ৰুৰ হাতত বন্দী হোৱা।

সম্ৰাট-সৈন্য ক্ৰমে চমু চপাত, সন্ধিৰ প্ৰস্তাৱ উঠিল। খালিদৰ কাই উদ্দেশ্য এজিদ, ৰফি আৰু দেৰাৰক উদ্ধাৰ কৰা। তেওঁ সন্ধিৰ শৰ্ত্ত ঠিক কৰিবৰ নিমিত্তে এলজম খোঁৰছাৱাৰ লগত লৈ ম্যাম্বুৰেলৰ শিবিৰত ওলালগৈ। খালিদে ক'লে,

এজিদ, ৰফি, আৰু দেৰাৰৰ উদ্ধাৰ।

"আপোনালোকে আল্লাক অদ্বিতীয় আৰু হজৰত মোহম্মদক তেওঁৰ ৰছুল বুলি মানি ললেই, আমাৰ লগত কোনো ৰকম যুঁজাৰিৰ কাৰণ নেথাকে।" ম্যানুয়েলে এই প্ৰস্তাৱত মান্তি নোহোৱাত, দুইবো খকা-খুন্দা লাগিল। খালিদে উত্তেজিত হৈ ক'লে, "সৰ্ব্বসাধাৰণ সকলোৱে এদিন দেখিব যে, ভিক্ষিত জৰী মেৰিয়াই ম্যানুয়েলক হজৰত ওমৰৰ ওচৰলৈ টানি লৈ গৈছে। তাৰ পাচত বিধৰ্ম্মীসকলৰ শিক্ষা স্বৰূপে তেওঁৰ মূৰ ছিন্ন হব।" এনে গপ্তপ শুনি ম্যানুয়েল খঙত জ্বলি উঠিল, কিন্তু খালিদ কটকী হৈ অহাৰ বাবে, তেওঁক আৰু তেওঁৰ সঙ্গীবিলাকক ক্ষমা কৰিলে; কিন্তু মুছলমান বন্দী কেইজনক তেতিয়াই বধ কৰিবলৈ আদেশ দিলে। খালিদে হতাশ হৈ তেতিয়াই আল্লাৰ শপত খাই ক'লে, "যদি সেই বন্দী কেইজনৰ এধানমানো হানি হয়, মই নিজ হাতেৰে এই ঠাইতে ম্যানুয়েলৰ প্ৰাণ বধ কৰিম।" চকুৰপচাৰতে মুছলমান বিলাকৰ তৰোৱালবোৰ ফাঁকৰ পৰা ওলাই শূন্যত চিকমিকাবলৈ ধৰিলে। ম্যানুয়েলে তেওঁলোকৰ এনে মৰ-সাহ দেখি ভয়তে কোঁচমোচ খালে আৰু মহাত্মা খালিদ নিজৰ সৈন্যৰ লগত মিলিলহি। ম্যানুয়েলে হেইম-বেন্-জাবালাৰ লগত মোছলিম বন্দীসকলক আন্তাকিয়ালৈ পঠাই দিলে।

ৰোম ৰাজ্যৰ প্ৰত্যেক কেন্দ্ৰ আৰু প্ৰত্যেক ঠাইৰপৰা লেকুলো পকৰায দৰে জালীলাগি সৈন্য আহি আন্তাকিয়াত গোট খালেহি। আন্তাকিয়া সৈন্যৰে ঠাহ খালে। এই বাৰ ভীষণতকৈও ভীষণতৰ ৰণৰ যো-জা হৈছে। এই বাৰ চিৰিয়াৰ ভাগ্য-পৰীক্ষাৰ

য়াৰমুক-ৰণ, ১৫ হিঃ।

সময় উপস্থিত। দুই দলৰ সেনাপতিয়ে খাৱন-শোৱন এৰি চিন্তিত। এই বিৰাট সম্রাট-সৈন্যৰ আগত থিয় হবলৈ খালিদেই সম্পূর্ণ উপযুক্ত। সেই দেখি, গোটেই সৈন্যপৰিচালন-ভাৰ বীৰবৰ খালিদৰ ওপৰতে পৰিল। এই সময়ত খ্রীদিনাৰ পৰা চুইদ-বেন্-আমেৰ আৰু আম্ৰ-বেন্-আ'চ্ছ নিজ নিজ সৈন্য দললৈ সৈতে আহি ওলালহি।

ছায়ফুল্লা গাজী খালদে নিজৰ সৈন্যক উপদেশ দি থাকোঁতেই, সিফালে ৰণ-শিঙা বাজি উঠিল। মোছ্লিম সৈন্যয়ো তাক শুনি সাজু হ'ল। এক পক্ষে আৰব বীৰসকলক নিৰ্ম্মূল কৰাৰ আশা আৰু আন পক্ষে জগতত সত্যধৰ্ম্ম বিস্তাৰৰ ইচ্ছা হৃদয়ত লৈ উত্তাৱল হৈ উঠিল। দুই দললৈ ভয়ানক ৰণ লাগি গ'ল। ৰণ-ক্ষেত্ৰ এটা ভয়ঙ্কৰ দৃশ্যত পৰিণত হ'ল। এফালে সম্রাটৰ দলে দুই লাখ সুশিক্ষিত সুসজ্জিত গ্ৰীক সৈন্য, আৰু আন ফালে ৩০ হাজাৰ আল্লাৰ ভক্ত নানং নবস্তুং মৰুবাসী আৰব বীৰ। শত্ৰু পক্ষৰ পৰা এনে দৰে কাঁড় বৰষিবলৈ ধৰিলে যে, মোছ্লিম সৈন্য জুৰুলা হৈ পৰিল। সেই দিনা প্রায় ৭০০ সাত শতকৈ বেচি মুছলমানৰ, কোনোৰ এচকু কোনোবৰা দুই চকু কণা হ'ল। সেই বুলি, সেই দিনক আৰববিলাকে 'য়্যাওমোত্তিৰ' (কণা দিন) আৰু খ্ৰীষ্টানবিলাকে "The day of Blinding." নাম দিয়ে। মুছলমানবিলাকে তৎনেপাই তিনি বাৰ পলাবলৈ উদ্যম কৰিছিল; কিন্তু বেজিয়েপতি তেওঁলোকৰ তিৰোতাবিলাকৰ

পৰিহনা আৰু দাঁতকৰচনিৰ ভাগত ৰণলৈ উভতি আহিছিল। * এই দৰে কেইবাদিনো চেষ্টাতো নোকোৱাকৈ ৰণ চলিব ধৰিলে। আল্লাৰ মহিমা কোনে বুজে! চায়বুন্না খালিদৰ তীব্ৰ আক্ৰমণৰ আগত, গ্ৰীক সৈন্য টিকিব নোৱাৰি কাৰ্যৎ ভিচিকা দিলে। খণ্ডেকতে মুছলমান সৈন্যই, এই দুই লাখ ভুবনবিখ্যাত খৃষ্টান সৈন্যক ভিনিভুৱন দেখুৱাই, ইচ্‌লামৰ গৌৰৱ-নিচান আকাশত উৰাব ধৰিলে। এই ৰণত এক লাখতকৈ বেছি শত্ৰু সৈন্য সিপৰীয়া হ'ল, ম্যানুয়েলো তাৰে মাজৰ এজন। চল্লিশ্‌ হাজাৰ আৰৱবিলাকৰ হাতত বন্দী হ'ল আৰু বাকী সৈন্য পলাই পত্ৰং দিলে। চাৰি হাজাৰ ত্ৰিশ্‌ জন মুছলমান "শ্বহীদ" (মৃত্যু) হ'ল।

পাচত সন্ধিৰ প্ৰস্তাৱ চলিল। ৰোমান কৰ্টৰা জৰ্জ্জে মোছ্‌লিম শিবিৰলৈ আহি, নামাজৰ বিশেষত্ব দেখিয়েই ভোল গ'ল। তেওঁ হজৰত ইচা সম্বন্ধে আবুওবায়দাক গোটাচেৰেক প্ৰশ্ন সুধি টুকুৰিয়াই চালে। আবুওবায়দাই কোৰআনত ইচা নবীৰ বিষয়ে যি আছে, তাকে পঢ়ি বুজাই দিলে। জৰ্জ্জে ইচ্‌লাম সঁচা ধৰ্ম্ম বুলি বিশ্বাস কৰি, পিছতে মুছলমান হ'ল। ইচ্‌লাম-গ্ৰহণৰ পাচত তেওঁ ৰোমান শিবিৰলৈ উভতিব খুখুজিছিল; কিন্তু বিশ্বাসঘাতক বুলিব বুলি আবুওবায়দাই তেওঁক ৰবকৈ ৰবাই-বুজাই পঠাই দিলে।

আলেকজান্দ্ৰিয়া গাজী খালিদে নিজেই শত্ৰু-শিবিৰত উপস্থিত হোৱাত, ৰোমৰ সেনাপতি 'বাহানে' যীচুৰ নাম লৈ গ্ৰীক

* এই যীৰ ৰমণীৰ মাজত খেৱাৰ জমীলেক 'কাওলা' আৰু 'ওফিয়া'ৰ নাম বিশেষ উল্লেখযোগ্য।

এই বীৰত্বকাহিনী-মাজত-গাজী আকৰমা-বেন্-আবুজেহেলো আছিল।

সম্রাটৰ গুণ বর্ণাবলৈ আৰু সৈন্য-বল ধন-বলৰ দম্ভ কৰিবলৈ ধৰিলে। খালিদে এনে ডাম্ভোপ মৰা কথা শুনি ক'লে, "আমি যাক নেতা বুলি মানি লৈছোঁ, তেওঁ যদি চুলি এডালমানো আপোনালোকৰ সম্রাটৰ দৰে প্ৰভুত্বৰ ইচ্ছা প্ৰকাশ কৰে, তেন্তে তেতিয়াই আমি তেওঁক পদচ্যুত্য কৰি পেলাম। আল্লাৰ কোনো অংশী নাই; তেওঁৰ তিৰোতা নাই—সন্তানো নাই! তেওঁ এক আৰু অদ্বিতীয়। এই সত্য জগতৰ আগত প্ৰচাৰ কৰিবলৈ আমাৰ নবী কৰিমে (দঃ) আমাক আদেশ দিছে। যি লোকে এই সত্য গ্ৰহণ কৰিব, তেওঁ আমাৰ সহোদৰ ককাই-ভাইৰ দৰে হব। যি নকৰে, 'জিজিয়া' দিবলৈ সৈমান হব লাগিব। এয়ে আমাৰ শৰ্ত্ত।" এই কথা শুনি খৃষ্টান প্ৰজাবিলাকে দলে দলে মুছলমানৰ বশ্যতা স্বীকাৰ কৰিবলৈ ধৰিলে। এই দৰে য়্যাৰমুকৰ ৰণত ৬৩৬ খৃঃ অব্দৰ নবেম্বৰ মাহত (১৫ শ হিজৰী) সম্রাট আশা-নিৰাশাৰ আথাই সাগৰত চিৰকাললৈ ডুবিল।

হামচ্ আদিত ইচ্লাম প্ৰচাৰ।

আবুওবায়দা য়্যাৰমুকৰপৰা আকৌ হাম্চলৈ গ'ল। তাৰ প্ৰায় সকলোৱে সহজে ইচ্লাম গ্ৰহণ কৰিলে। ক্ৰমে শিৰাজ আৰু মা'ৰতুন্না'মানেও মুছলমানৰ বশ্যতা স্বীকাৰ কৰিলে।

জেৰুজেলাম অধিকাৰ, ১৬ হিঃ।

য়্যাৰমুক-বিজয়ৰ পাচত আবুওবায়দাই এমাহতকৈ বেচি দিন দামেস্কত থাকি, খলিফাৰ আদেশ মতে এজিদ-বেন্-আবুছুফিয়ানক পাঁচ হাজাৰ সৈন্য দি জেৰুজেলামৰ কালে পঠালে। এজিদে নগৰৰ সম্মুখৰপৰা তাৰ মানুহবিলাকলৈ লিখি পঠালে

'আপোনালোকে ইছ্‌লাম গ্ৰহণ কৰক, নাইবা কৰ দি আমাৰ বশ্যতা স্বীকাৰ কৰক। তেনে কৰিলে আপোনালোকৰ ওপৰত আমাৰ অত্যাচাৰ কৰা 'হাৰাম' হব।" নগৰৰ মানুহবিলাকে এই প্ৰস্তাৱ দলিয়াই পেলালে। পাচত আবুওবায়দাই বাকী সৈন্য লৈ তাত ওলালগৈ। দহ দিনৰ মূৰত তেওঁ আকৌ একে প্ৰস্তাৱকে কৰি পঠালে। তেতিয়াও তেওঁলোকে সেই প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে।

মুছলমানবিলাকে চাৰি মাহ ভীষণ জাৰৰ প্ৰকোপ নেওচা দি, নগৰ অৱৰোধ কৰি নিটাল মাৰি বহি থাকিল। মুছলমান-বিলাকক তাৰপৰা লৰচৰ কৰা নেদেখি, ধৰ্ম্মগুৰু চক্ৰোনিয়াচে আবুওবায়দালৈ কৈ পঠালে, "পবিত্ৰ নগৰ জেৰুজেলাম অতীজৰ পৰাই সাধুসকলৰ থকা ঠাই। ইয়াত ভালেমান পয়গাম্বৰৰ কবৰ আছে। আজিলৈকে যেয়ে ইয়াৰ বিৰুদ্ধে ঠিয় হৈছে, তাৰ ওপৰতেই আল্লাৰ 'গজব' (অভিশাপ) পৰিছে। সেই দেখি, আপুনি এই দুৰাশা এৰি দিয়ক"। আবুওবায়দাই উত্তৰ দিলে, "ই পবিত্ৰ নগৰ বুলি আমি ভালকৈ জানোঁ, ইয়াৰ পৰাই শেষনবী হজৰত মোহম্মদ (দঃ) 'মে'ৰাজ' স্বৰ্গলৈ গৈছিল, সেই হেতুকে ইয়াৰ ওপৰত আমাৰ দাবি অগ্ৰগণ্য।" মুছলমানবিলাকৰ এনে অটল প্ৰতিজ্ঞা দেখি, চক্ৰোনিয়াচে ভয়ত কোঁচমোচ খাই তেওঁলোকৰ হাতত নগৰ এৰি দিবলৈ মন কৰি ক'লে, "আমাৰ শাস্ত্ৰত আছে যে, তিনি আঁথৰযুক্ত নাম থকা মহাপুৰুষ এজনে

এই জেৰুজেলাম অধিকাৰ কৰিব। আপোনালোকৰ খলিফাক অনাওক। আমাৰ শাস্ত্ৰত উল্লিখিত চিন-ছাব তেওঁৰ গাত পালে, তেওঁৰ হাতত নগৰ এনেই গতাই দিম।”

আবুওবায়দাহ এই সকলো কথা লিখি পঠোৱাত, মহামান্য খলিফা হজৰত ওমৰে সামান্য ভিকহুৰ সাজ-পাৰ পিন্ধি, উট এটাত উঠি, এটি মাথোন চাকৰ লগত লৈ, গোটেই খৃষ্টানবিলাকৰ ভক্তিৰ কেন্দ্ৰস্থল পৱিত্ৰ জেৰুজেলামলৈ যাত্ৰা কৰিলে। উটৰ দুফালে দুটি পৈলা—এটিত যৱধান আৰু ময়দা, আনটি শুকান ফলেৰে ভৰা আৰু ওপৰত খলিফা আৰু চাকৰ।

বাটত যাওঁতে, তেওঁ এজন মুছলমান আৰবে একে সময়তে বাই-ভনী দুয়োকো তিৰোতা স্বৰূপে ৰখা জানি ক'লে, “ইছ্‌লামত এনে কৰা আবৈধ।” এই কথা শুনা মাত্ৰকে সেই মানুহজনে এজনী তেতিয়াই এৰি দিলে। আৰু এদিন তেওঁ দেখিলে যে, এজন মুছলমানে জনচেৰেক দুখীয়া নিছলা মানুহক, মাটিৰ কৰ দিব নোৱাৰাত, অতি চোকা ৰ'দত বহুৱাই নগুৰশাস্তি কৰিছে। তেতিয়া তেওঁ কোৰ্‌আনৰ এই আয়তটি (শ্লোকটি) পঢ়িলে—“যি পৃথিবীত আনক কষ্ট দিয়ে, আল্লাই তেওঁক ‘কিয়ামত’ৰ (মহাবিচাৰৰ) দিনা নৰকাগ্নিত শাস্তি দিব।” সেই মানুহজনে খিতাতে সিহঁতক মুক্ত কৰি দিলে।

জেৰুজেলামৰ ওচৰত ‘জাবিয়া’ বোলা ঠাইখনতে হজৰত ওমৰ ৰ'লগৈ। এজিদ-বে্‌ন-আবুছফিয়ান, খালিদ-বেন-অলিদ

আদি সেনাপতিসকলে তেওঁক আগবাঢ়ি আনিলে। তেওঁৰ অভ্যৰ্থনাৰ নিমিত্তে বৰ্ত্তমান পাশ্চাত্য জাতিৰ ৰুচিকৰ কোনো ৰকম ধুমধাম কৰা ন'হল; কাৰণ খলিফাসকলে বাহ্যিক কিতাহি ঘৃণা কৰিছিল। বিশাল সাম্ৰাজ্যৰ অধীশ্বৰ হৈয়ো, সামান্য ভিকহৰ সাজ-পাৰ পিন্ধি দিন কটোৱাটো, তেওঁ গৌৰৱজনক মনত ভাবিছিল। অন্যদিশেক মুছলমানে য্যাৰমুক ৰণত পোৱা বহুমূলীয়া ধুনীয়া নানা তৰহৰ মখ্‌মল আৰু ৰেচম্‌ কাপোৰেৰে কাচি-পাৰি বমক্‌ জমক্‌কৈ ভফন্দি চালি ধৰি তাত ইফালে-সিফালে ফুৰিছিল। মহামান্য খলিফাৰ চকু তেওঁলোকৰ ওপৰত পৰা মাত্ৰকে, তেওঁ তেতিয়াই ঘোঁৰাৰ পৰা নামি, তেওঁলোকক দলিয়াবলৈ ধৰিলে আৰু তললৈ মুখ কৰি বোকাৰ ওপৰেদি টানি লৈ যাবলৈ আদেশ দি, কবলৈ ধৰিলে, "বৰ দুখৰ বিষয়! তোমালোকে ইমান সোনকালে আমাৰ পোনপতীয়া অভ্যাস এৰি এনে অভ্যাস ধৰিলাঁ।" এই দৰে তেওঁলোকৰ মিছা ভেম গুড়ি কৰি ত্যাগৰ উচিত শিক্ষা দিলে।

চক্ৰোনিয়াচে যেতিয়া শুনিলে যে, খলিফা 'জাবিয়া' পালেহি, তেওঁ খলিফাক মাতি পঠালে। মোছ্‌লিম সৈন্যই বিপদৰ আশঙ্কা কৰি খলিফাক জেৰুজেলামৰ ভিতৰলৈ যাবলৈ হাক দিয়াত, তেওঁ ক'লে, "আল্লহতা'আলাই অদৃষ্টত যি লিখি থৈছে, তাতকৈ বেচি একো ঘটিব নোৱাৰে। সকলো মুছলমানে তেওঁৰ ওপৰত অটল বিশ্বাস কৰা উচিত।"

জনচেবেক প্ৰধান প্ৰধান খৃষ্টান জাবিয়ালৈ আহি খলিফাৰ লগত কথা বতৰা হৈ সন্ধি কৰিলে।

তাৰ পাচত আৰবৰ বাদশ্বাহ—শ্যামৰ সম্রাট—হজৰত ওমৰ-ফাৰুকে খোজ কাঢ়ি জাবিয়াৰপৰা জেৰুজেলামলৈ যাত্ৰা কৰিলে। নগৰৰ ওচৰ চপাত, মুছলমান বিলাকে আগবঢ়াবলৈ আহি খলিফাৰ এনে সাজ-পাৰ দেখি, খৃষ্টানবিলাকক দেখুৱাবৰ নিমিত্তে, তেওঁক অলপ ৰমক্-জমক্ কাপোৰ পিন্ধিবলৈ অনুৰোধ কৰিলে। খলিফাই উত্তৰ দিলে, "ইচ্‌লামেই মোৰ সম্মান, এয়ে যথেষ্ট, আন সম্মানৰ আৱশ্যকতা নাই।"

এই সন্ধিৰ পাচত পৃথিবীৰ সদৌ খৃষ্টান, ইহুদী আৰু মুছলমানৰ লক্ষ্যস্থল, প্ৰাচ্য ভূভাগৰ গৌৰৱ ভূমি জেৰুজেলাম* বা ইলিয়া নগৰ মহামান্য খলিফা হজৰত ওমৰৰ হাতত শোধাই দিয়া হ'ল। আগেয়ে বহুত বাৰ ৰোমানবিলাকে এই পৱিত্ৰ নগৰ অবৰোধ কৰিছিল। টিটাচৰ দ্বাৰা ধ্বংস হলেও, হাড্ৰিয়ানে তুলাই ইয়াৰ গৌৰৱ ৰক্ষা কৰিছিল। কিন্তু এইবাৰ চিৰকাললৈ মহাপৰাক্ৰান্ত জাতিৰ অধীনতাত ই বদ্ধ হ'ল

সন্ধি-কাকত স্বাক্ষৰিত হোৱাত, হজৰত ওমৰে নিজ হাতেৰে এখন শান্তি-পত্ৰ লিখি দিলে আৰু সেই মুহূৰ্ত্ততে (৬৩৭খৃঃ, ১৬ হিজৰী) নগৰৰ দুৱাৰ মুকলি কৰা হ'ল। খলিফাই

* জেৰুজেলাম হিব্ৰু শব্দ অৰ্থ শান্তিৰ নগৰ (City of Peace.)। মুছলমান বিলাকে ইয়াকে 'বয়তুলমোকাদ্দছ' (পৱিত্ৰ ঘৰ) বোলে।

হাতত লাঠি লৈ নিজৰ সৈনা আৰু চফ্ৰোনিয়াচক লগত লৈ হজৰত চোলেমান ( Prophet Solomon ) প্ৰাতষ্ঠিত নগৰত সোমাল। তেওঁ বয়তুল-হাশৰ ( Temple of Resurrection ) * পৰিদৰ্শন কৰি, তাৰ মাজত ঠিয় হ'লগৈ। নামাজৰ সময় হ'লত, চফ্ৰোনিয়াচে ক'লে, "আপুনি য'ত ঠিয় হৈ আছে, তাতে নামাজ পঢ়ক।" কিন্তু খলিফাই তাত নপঢ়িলে। চফ্ৰোনিয়াচে তেওঁক কনষ্টেণ্টাইন (Constantine) গিৰ্জ্জালৈ নি নামাজ পঢ়বলৈ 'জায়নামাজ' (নামাজ পঢ়া আসন) পাৰি দিলে। খলিফাই তাতো নপঢ়ি আগৰ গিৰ্জ্জাৰ পূব দুৱাৰৰ খট্‌খটিৰ ওপৰতে নামাজ পঢ়িলে। পাচত তেওঁ চফ্ৰোনিয়াচক ক'লে "মই আগেয়ে প্ৰতিজ্ঞা কৰিছোঁ যে' আপোনালোকৰ এটি গিৰ্জ্জাও অধিকাৰ নকৰোঁ। যদি মই ইয়াৰ কোনো এটি গিৰ্জ্জাত নামাজ পঢ়িলোঁহেঁতেন, তেন্তে মই উভতি যোৱাৰ পাচত, মুছলমান বিলাকে পৱিত্ৰ বুলি ভাবি, বলেৰে সেই ঠাই অধিকাৰ কৰি ললেহেঁতেন।" যি ঠাইত তেওঁ নামাজ পঢ়িলে, সেই ঠাই লৈ যাতে আগলৈ কোনো দন্দ-খৰিয়াল নেলাগে, তাৰ নিমিত্তে মুছলমানবিলাকক লিখা হুকুমেৰে নিষেধ কৰি দিলে,— ধৰ্ম্মভীৰুতা আৰু প্ৰতিজ্ঞা-পালনত তৎপৰতাৰ ই এটি উৎকৃষ্টতম দৃষ্টান্ত। মহামতি খলিফাই য'ত হজৰত চোলেমানে নামাজ পঢ়িছিল,

---

* গ্ৰন্থকাৰে দেখি আহিছে।

সেই ঠাই পিচাৰি উলিয়াই, তাত এটি সুন্দৰ মছ্জিদ * সজোৱাই দিলে। ক্রমে খলিফাসকলৰ দ্বাৰা ই সুশোভিত হৈ সৌন্দর্য্যত কর্ডোভা মছ্জিদৰ তলতে ঠাই অধিকাৰ কৰিছে।

হজৰত ওমৰ দহ দিন জেৰুজেলামত থাকি, শাসনৰ সুবধাৰ নিমিত্তে চিৰিয়া প্রদেশক দুভাগ কৰিলে —— ফাল্‌চেষ্টিন ( Palestine ) আৰু ভূমধ্যস্থসাগৰৰ দাঁতি-কাষৰীয়া সকলো নগৰৈলে দক্ষিণ চিৰিয়া আৰু হাওৰাণ, আলেপ্পোৰ মাজ ডোখৰলৈকে উত্তৰ চিৰিয়া গঠিত হ'ল। ধর্ম্ম-প্রচাৰ আৰু ৰাজ্য-শাসনৰ সকলো দিহা-পোহা কৰি আৰু আমৰ-বেন্‌-আছক ধর্ম্ম প্রচাৰ কৰিবলৈ মিচিৰলৈ (Egypt) পঠাই, সেই একে দুখীয়া ভিকহুৰ সাজ-পাৰেৰে ফাৰুকে-আজম মদিনালৈ উভতিল।

বাটত এজনী বুঢ়ীক লগ পাই ফাৰুক-আজমে সুধিলে, "বুঢ়ী! ওমৰৰ কিবা বাতৰি জানানে?" বুঢ়ীয়ে কলে, "শ্যামৰ পৰা সি মদিনালৈ উভতি গৈছে। তাৰ সর্ব্বনাশ হওক, সি ইমান দিন মোলৈ কাণ-সাৰ নকৰিলে!" মহামতি ফাৰুকে ক'লে, "এই দূৰ দেশৰ কথা তেওঁনো কেনেকৈ জানিব?" বুঢ়ীয়ে উত্তৰ দিলে, "প্রজাৰ অৱস্থাকে যদি জানিব নোৱাৰে, খলিফানো কেলেই হৈছে?" বুঢ়ীয়ে যেতিয়া জানিলে

* এই মছ্জিদ এতিয়ালৈকে আছে, ওমৰৰ মছ্জিদ বুলি জনাজাত। লিখকে দেখি আহিছে।

যে, তেওঁ আমিৰুল মোমেনীন হজৰত ওমৰ. তেওঁহঁতা বুটাৰ ধাতু উৰিল, বুটায়ে থক্‌থক্‌কৈ কঁপিবলৈ ধৰিলে। খলিফাই বুঢ়াক চেঁচনি দি, তেওঁৰ যি অভাৱ আছিল তাক পূৰণ কৰি গুচি গ'ল।

এদিন যেতিয়া ধৰ্ম্ম সূৰুযৰ কিৰণ আৰব মৰুভূমিৰ টোকোৰা পজাত পৰিছিল, তেতিয়া কোনে জানিছিল যে, ক্ৰমে ই বিয়পি সদৌ জগত জিলিকাই সকলোকে তবধ লগাব ? যি আৰব এদিন ডকাইটি, চুৰি, কটা-কটি আদি গৰ্হিত কামত বাজে একো নেজানিছিল, সেই আৰবে আজি একতা আৰু ধৰ্ম্ম-বলত পলাঁহে অলৌকিক কামবোৰ সাধন কৰিবলৈ ধৰিছে। সেই প্ৰতিভাশালী ধৰ্ম্মবীৰসকলৰ যত্ন আৰু অধ্য-ৱসায়ৰ প্ৰভাৱত নগৰৰ পাচত নগৰ, দেশৰ পাচত দেশ ক্ৰমে তেওঁলোকৰ পদানত হব ধৰিলে ! আল্লাৰ কি অপাৰ মহিমা ! এমুঠি সৈন্য লৈয়ে, যেনেকৈ অলেখ শত্ৰু সৈন্যৰ লগত ৰণ দি বিজয় লাভ কৰিছিল, তেনে আজিলৈকে আন কোনো জাতিয়ে কৰিব পৰা নাই, আৰু কৰিব পৰাও অসম্ভৱ।

আন্তা কৰা অধিকাৰ, ১৭ হিঃ।

ইউকেন্নাই এতিয়ালৈকে কোনো গৌৰৱজনক কাম কৰি জিলিকিব নোৱাৰাত লাজ পাই, অলপ সৈন্য লৈ আন্তাকিয়া ( Antioch )ৰ ফালে যাত্ৰা কৰিলে। অলপ দূৰ যাওঁতেই, তেওঁক সম্ৰাটৰ সৈন্যই বন্দী কৰি সম্ৰাটৰ ওচৰলৈ লৈ গ'ল। সম্ৰাটে ইউকেন্নাক দেখিয়েই ফেঁকুৰিবলৈ ধৰিলে আৰু ক'লে,

'ইউকেম্না! মই শুনিছোঁ, বোলে তুমি খৃষ্টধৰ্ম্ম এৰি, মোৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিছা?" ইউকেম্নাই পানীৰ ওটেঙ্গা সাজি ক'লে, "সেইটো মাথোন মুছলমান সৈন্যৰ হাতৰপৰা ৰক্ষা পোৱাৰ ফাঁকতি। বন্দীয়ে নিজৰ প্ৰভুৰ বিশেষ কাম সাধনা কৰিবলৈ পলাই আহিছোঁ।" সম্ৰাটে তেওঁৰ কথা শুনি ভোল গ'ল। ইউকেম্নাই এইদৰে সকহে সৰকিল।

জাবালাৰ পুতেক হেচমে দেৰাৰ আৰু তেওঁৰ দুশ সৈন্যক বন্দী কৰি অন্ত্যাক্রিয়ালৈ অনাত, তেওঁলোকক সম্ৰাটৰ আগত 'চিজ্‌দাহ' (সাষ্টাঙ্গে প্ৰণাম) কৰিবলৈ আদেশ দিয়া হ'ল; কিন্তু তেওঁলোকে তালৈ আওকাণ কৰি থিয়হৈ থাকিল। ইয়াৰ কাৰণ সোধাত দেৰাৰে উত্তৰ দিলে, "আমি কোনো সৃষ্ট বস্তুৰ আগত মূৰ নোদোৱাওঁ। আমাৰ নবী-কৰিমে (দঃ) মাথোন আল্লাৰ আগতহে তেনে কৰিবলৈ আমাক শিক্ষা দিছে।" সম্ৰাটে এনে উত্তৰ পাই তবধ খাই ভাবিবলৈ ধৰিলে যে, এই কথাটি গুৰুতৰ। তেওঁৰ মনত উগুল-থুগুল লাগিল। তেওঁ নবীয়ে-আকৰমৰ আলৌকিক ক্ৰিয়া সম্বন্ধে হবেক প্ৰকাৰ প্ৰশ্ন কৰিলে আৰু তাৰ উত্তৰ আগাগুৰীয়াকৈ শুনিবলৈ ধৰিলে। এনেতে, তাত এজন বিশ্বপ (Bishop খৃষ্টান প্ৰধান ধৰ্ম্ম-যাজক) ওলালহি। নবী-কৰিমৰ গুণ-কীৰ্ত্তণ শুনি তেওঁৰ গাত বিহ লাগিল। তেওঁ নবী-কৰিমক (দঃ) ভণ্ড ধৰ্ম্ম প্ৰচাৰক বুলি নিন্দা কৰিবলৈ ধৰিলে। এনে গুৰু-নিন্দা শুনি দেৰাৰৰ গা কঁপিবলৈ ধৰিলে। তেওঁ যে বন্দী অৱস্থাত আছে তালৈ পাহৰি সেই বিশ্বপ জনক

আক্ৰমণ কৰিব খোজোঁতেই কেউফালৰ পৰা খৃষ্টান সৈন্য বিলাকে তেওঁৰ মূৰৰ ওপৰত তৰোৱাল জোকাৰিবলৈ ধৰিলে। বিশ্বপৰ অনুৰোধত সম্ৰাটে দেৰাৰক বধ কৰিবলৈ আদেশ দিলে। ইউকেন্নাই ক'লে, "চিকা মাৰি হাত গোন্ধোৱা অনুচিত, ই এটা সামান্য সেনাপতি, তাক বধ কৰিলে আমাৰ বিশেষ লাভ নহব, কিন্তু ৰণত কেতিয়াবা কোনোবাকৈ আমাৰ নাম জ্বলা বীৰ বিপক্ষৰ হাতত বন্দী হ'লে, ইয়াৰ সলনি তেওঁক মুক্ত কৰিব পাৰিম।" সম্ৰাটে তাকে যুক্তিসঙ্গত বুলি ভাবি দেৰাৰক বধ কৰা আদেশ ৰহিত কৰিলে।

এনে সময়তে সেনাপতি আবুওবায়দাই গোটেই চিৰিয়া প্ৰদেশ অধিকাৰ কৰি, আন্তাকিয়াৰ ওচৰ পালেহি। ৰোমান খৃষ্টানবিলাকে ভিন্ ভিন্ ঠাইৰ পৰা খেদা খাই আহি এই ৰাজধানীতে আশ্ৰয় লৈছিল, কিন্তু এই বাতৰি শুনি, সিহঁতৰ বুকুৱে ধান বানিবলৈ ধৰিলে। সম্ৰাটে ভয় খাই নগৰ ৰক্ষা আৰু সমুদয় সৈন্য-পৰিচালন-ভাৰ ইউকেন্নাৰ হাতত দি, তেওঁ বিশ্বপেৰে গোটখাই দেৰাৰ আৰু তেওঁৰ সৈন্যবিলাকক এটা গিৰ্জ্জালৈ নি খৃষ্টধৰ্ম্মত দীক্ষিত কৰিবৰ অভিপ্ৰায়েৰে বৰকৈ উৎপীৰন কৰিবলৈ ধৰিলে। কিন্তু যি এবাৰ অমৃতৰ সোৱাদ পাইছে, তেওঁক গুড়ৰ সোৱাদ লবলৈ অনুৰোধ কৰা বলিয়ালি মাথোন।

বিশ্বপ—"খৃস্টধৰ্ম্ম গ্ৰহণ কৰিবলৈ তোমালোকক কিহে বাধা দিছে ?"

দেৰাৰ—"আমাৰ ধৰ্ম্মৰ সত্যতাই।"

সম্রাট—"খলিফা ওমৰে এতেবোৰ ধন-সম্পত্তি আৰু ৰমান ডাঙৰ ৰাজ্যৰ অধিপতিহৈও, আন আন ৰজাৰ দৰে বহুমূলীয়া সাজ-পাৰ নিপিন্ধাৰ কাৰণ কি?"

দেৰাৰ—"তেওঁ এই পাৰ্থিৱ বস্তুবোৰ অকিঞ্চিৎকৰ বুলি জ্ঞান কৰে। তেওঁ মাথোন পৰকালৰ মঙ্গলৰ আশাধাৰী—আল্লাৰ নগৰিয়াৰ।"

সম্রাট—"তেওঁ কেনে ঘৰত থাকে?"

দেৰাৰ—"বোকাৰে লিপা সামান্য টোকোৰা পজাত থাকে।"

সম্রাট—"তেওঁৰ লগৰীয়া কোন?"

দেৰাৰ—"কঙ্গাল নিঠকুৱা মগনিয়াৰবিলাক।"

সম্রাট—"তেওঁৰ আৱৰণ কি?"

দেৰাৰ—"ন্যায় আৰু সমতা।"

সম্রাট—"তেওঁৰ সিংহাসন কি?"

দেৰাৰ—"খোৱা-বোৱাত সংযম আৰু সত্য-জ্ঞান।"

সম্রাট—"তেওঁৰ ধন ভঁৰাল কি?"

দেৰাৰ—"আল্লাত অটল বিশ্বাস।"

সম্রাট—"তেওঁৰ গা-ৰখীয়া কোন?"

দেৰাৰ—"ত্ৰিত্ব (Trinity) অস্বীকাৰকাৰীবিলাকৰ মাজত যি সকলোতকৈ সাহিয়াল।"

এনে কূট প্ৰশ্ন কৰাতো, দেৰাৰৰ এনে জ্ঞান-গভীৰ উত্তৰ পাই, সম্রাটৰ মনত উথুলমুথুল লাগি পৰিল। মৰিমুৰি চেষ্টা কৰিও নিশ্বপে একো কৰিব নোৱাৰিলে, মাথোন

এজন ডেকা মুছলমানক এজনী সোণাবিগড়ী দিপ্‌লিপ্‌ ছোৱালীৰ ফান্দত পেলাই ঘূৰাব পাৰিছিল। ইউৰোপৰ বুৰঞ্জী লিখকসকলে তথা লাগি অনেক ঠাইত লিখিছে যে, আন ধৰ্ম্মাবলম্বী কোনো মানুহ এবাৰ ইছ্‌লামত দীক্ষিত হ'লে, আন ধৰ্ম্মই তাৰ মতি-গতি লৰচৰ কৰা টান।

সম্ৰাটে এই বন্দী মুছলমান সৈনাবিলাকক এৰি, গির্জ্জাৰ বাহিৰলৈ গৈ, বিৰিকি বিৰিকি এদল মুছলমান সৈনা অহা দেখা পালে। তৎক্ষণাত কোঁঠৰ বাহিৰত সম্ৰাটৰ সৈন্যবিলাকে নানা ভাগত শাৰী পাতি থিয় হ'ল। প্ৰত্যেক দলৰ আগত যীছুৰ কাঠৰ মূৰ্ত্তিৰে সৈতে এটি এটি সৰু ভজনাগাৰ আৰু ইউকেন্নাৰ আগত প্ৰধান গির্জ্জাৰ বহুমূলীয়া সোণৰ মূৰ্ত্তি স্থাপিত হ'ল। এই সোণৰ মূৰ্ত্তি কোনো বিশেষ উপলক্ষত বাজে কোনেও দেখিবলৈ নেপাইছিল।

আৰাস্তেচ ( Orontes ) নৈৰ ওপৰত বন্ধা শিলৰ সাকো * আস্তাকিয়া ৰক্ষাৰ ঘাট উপায়। এই সাকোৰ দুই কাষে দুটি দুৰ্জ্জয় কোঁঠ। এই কোঁঠ দুটি জয় কৰিব নোৱাৰিলে আস্তাকিয়া অধিকাৰ কৰা অসম্ভৱ। ইয়াতে তিনি শ গ্ৰীক সৈন্য আছিল। এদিন এই সৈন্যবিলাকে ফটিকা খাই মতলীয়া হোৱাৰ নিমিত্তে, তেওঁলোকে গাইপতি পঞ্চাশ্‌ পঞ্চাশ্‌কৈ বেট খাইছিল। এই অপমানে তেওঁলোকৰ মনত বৰ আঘাত কৰিলে। সেই

* এই সাকো বৰ মজবুত আছিল বুলি ইয়াক লোৰ সাকো ( iron bridge ) বুলিছিল।

দেখি, তেওঁলোকে মঠধৰি মুছলমান সৈনাক সাকো পাৰ হোৱাত হোঁ-হেকো এৰো নেমাতিলে।

সম্রাটে এই স্তুতি শুনি বৰ অধীৰ হ'ল। জাবালাই ক'লে যে, খলিফা ওমৰৰ প্ৰাণ বিনাশ নকৰিলে আৰু একো উপায় নাই। সম্ৰাটে এই প্ৰস্তাৱতে হৰিভৰ দ, ৰাভেক-বেন্-মোছাফিৰ নামেৰে এজন আৰব-খৃষ্টান ডেকাক সেই কাম সম্পাদন কৰিবলৈ মদিনালৈ পঠাই দিলে।

খলিফাক বধ কৰাৰ ষড়যন্ত্ৰ – ৰাভেকৰ ইচ্‌লাম গ্ৰহণ

কিন্তু সেই বহ্‌মান্নুৰ্‌ৰহিমৰ কি অপাৰ মহিমা! ৰাভেকে মদিনালৈ গৈ ইছ্‌লামত দীক্ষিত হ'ল। প্ৰবাদ আছে— যি বাটে দ হজৰত ওমৰ ফজৰৰ নামাজ পঢ়িবলৈ মছ্‌জিদলৈ যায়, ৰাভেকে তেওঁক বধ কৰিবলৈ ছেগ বিচাৰি, সেই বাটৰ কাষতে এজোপা গছত উঠি লুকাই আছিল। সেই দিনা খলিফাই নামাজ পঢ়ি ৰাতিপুৱা হাৱা খাবলৈ ওলাই গৈ সেই গছ জোপাৰ তলতে জিৰালে। তাত বহি থাকোঁতে থাকোঁতে তেওঁৰ কলাঘুমটি আহিল। ৰাভেকে এই চলতে তৰোৱাল এখন আটি-মুটিকৈ উলিয়াই মনে মনে গছৰ পৰা নামিব খোজোঁতেই হঠাৎ দেখিবলৈ পালে যে, এটা সিংহই তেওঁৰ কেউফালে ঘূৰি ঘূৰি ফুৰিছে আৰু মাজে মাজে আহি জাবিতুখন চেলেকিছে। তেওঁ সাৰ পালত, সেই সিংহটো হাবিলৈ গুচি গ'ল। ৰাভেকে গছৰপৰা নামি, তেওঁৰ ভৰিত দীঘলদি পৰি সকলো কথা কৈ ক্ষমা প্ৰাৰ্থনা কৰিলে আৰু ইছ্‌লামত দীক্ষিত হ'ল।

মুছলমান সৈন্যই শিলা সাকো অধিকাৰ কৰি আগবাঢ়ি যাবলৈ ধৰিলে। নেস্তুৰিয়ান নামেৰে এজন খৃষ্টান সেনাপতিৰে আৰু হালব-কোঁঠ বিজেতা দামেচেৰে দ্বন্দ্বযুদ্ধ লাগিল। দামেচ বন্দী হলত, দোহাক নামেৰে এজন মুছলমান বীৰ গৈ নেস্তুৰয়ানক গৰামাৰি ধৰিলে। দুইৰে ভয়ানক জোঁটা-পোটা লাগিল। এই যুঁজ চাবলৈ খৃষ্টান সৈন্যৰ মাজত উদুলি-মুদুলি লাগি পৰিল। এই উৎসাহত নেস্তুৰিয়ানৰ তম্বু মাটিত বাগৰি পৰিল। শিবিৰত মাথোন তিনি জন প্ৰহৰী আছিল। সিহঁতে প্ৰভুৰ কোপানলৰপৰা ৰক্ষা পাবৰ নিমিত্তে তম্বুটো লগত পুৰুষাৰ্থ কৰিও তুলিব নোৱাৰি, দামেচৰ সহায় পাবৰ আশাৰে, তেওঁৰ ভৰি-হাতৰ বান্ধনি মোকোলাই দিলে। দামেচ মুক্ত হৈয়ে, তিনিওটা প্ৰহৰীকে মূৰত টঙনিয়াই বধ কৰি, নেস্তুৰিয়ানৰ সাজ-পাৰ পিন্ধি আৰু তেওঁৰ ঘোঁৰাত উঠি মোছলিম সৈন্যৰ লগত মিলিলগৈ।

দামেচৰ লগত দ্বন্দ্বযুদ্ধ আৰু তেওঁৰ মুক্তি।

যি সময়ত বাহিৰত এই ঘটনা ঘটিছিল, তেতিয়া নগৰৰ ভিতৰত ইউকেম্নাই দেবাৰ আৰু তেওঁৰ লগৰীয়া বন্দীবিলাকক মুক্ত কৰি দিলে। ৰাতি সম্ৰাট হিৰাকলে সমাজিকত দেখিলে যে, এজন সুন্দৰ দীঘল ডেকাই তেওঁক ৰাজ-পাটৰ পৰা ঠেলা মাৰি পেলাই দিলে আৰু তেওঁৰ ৰাজ-মুকুট মাটিত বাগৰি পৰিল। এই সমাজিক দেখি শোৱাপাটিৰ পৰা ভয় খাই উঠি, মনে মনে ৰাতিতে উঠি এস্তাম্বুললৈ (Constantinople)

পলাই গ'ল। বাতিপুৱা আবুওবায়দাই গোটেই সৈনা লৈ কোঁঠৰ ভতৰত সোমাল। ৰণৰ কোনো আৱশ্যকতা নহ'ল। ৬৩৮ খৃঃ অব্দৰ ২১ আগষ্টত চিৰিয়াৰ ৰাজধানী আন্তাকিয়া ( Antioch ) চিৰকাললৈ মুছলমানৰ পদানত হ'ল। এই দৰে বুকা, জুমাতুঞ্জী, কুৰ্চ্, দলুক, ৰাবান আদি অলপ দিনতে ইছ্লামৰ সাম্রাজ্যত ভুক্ত হ'ল। জুমাৰ মানুহবিলাকে 'জিজিয়া'ৰ সলনি ৰণত সহায় কৰিম বুলি প্রতিজ্ঞাবদ্ধ হ'ল।

ক্রমে গ্রীক সম্রাটৰ সুখ-ৰবি মাৰ যাবলৈ ধৰিলে। আন্তাকিয়া মুছলমানে অধিকাৰ কৰিলে। কেউকালে ইছ্লামৰ জয়ধ্বনি আকাশ ভেদ কৰি উঠিবলৈ ধৰিলে। মোছ্লিম সৈনাই এতিয়া দিনচেৰেক আন্তাকিয়াত জিৰাবলৈ পাই, অনেক ৰূপহী গ্রীক ছোৱালীবোৰ বিয়া কৰিবলৈ হেঁপাহ কৰিলে। জানোচা এই অমায়া-পুৰী আন্তাকিয়াৰ হৰেক ৰকমৰ ভোগ-বিলাসৰ বস্তু পাই আৰু গ্রীক ৰমনীবিলাকৰ মনোহাৰিনী ৰূপত মুগ্ধহৈ, ধৰ্ম্ম-বাটৰপৰা ভেওঁলোক আঁতৰ হৈ যায়, এই ভাবি সেনাপতি তিন দিনতকৈ সৰহ দিন তাত নেথাকিল। মহামান্য খলিফাই আন্তাকিয়া মোছ্লিম ৰাজ্যত ভুক্ত হোৱা ৰাতৰি পাই, অধিকৃত প্রদেশবিলাকত যাতে মুছলমানবিলাকে ভোগ-বিলাসত মত্তলীয়া নহয় আৰু আল্লাহ-দ্রোহীবিলাক পলাবলৈ নেপায়, তালৈ মন দিবলৈ আবুওবায়দালৈ দঢ়াই দঢ়াই লিখি পঠালে।

বৰ্‌ৰা, বলচ্‌ আদি অধিকাৰ।

আবুওবায়দাই ফোৰাত (Euphrates) নৈৰ দাঁতিকাষৰীয়া বাৰ্‌ৰা আৰু বলচ্‌, এই দুখন নগৰ অধিকাৰ কৰি, চিৰিয়াৰ পৰ্ব্বতীয়া ঠাইবোৰত ইচ্‌লাম প্ৰচাৰ কৰিবলৈ মন কৰিলে। এই ঠাইবোৰ প্ৰায় গোটেই বছৰেই বৰফে ঢাকি থয়। তাৰৈলে মায়চাৰা-বেন্‌ মচ্‌ৰুদ আৰু দামেচক পঠালে। অলপ দূৰ গৈয়ে সেনাপতি দুজনে শুনিবলৈ পালে যে, ৩ মাইল দূৰৈত সম্ৰাটৰ বহুত সৈন্য সাজু হৈ আছে। আবুওবায়দাই এই বাতৰি পাই, তেওঁলোকক সহায় কৰিবলৈ জুম্ৰালিকে খালিদ আৰু আয়াদ-বেন্‌-গানামক পঠালে। ইফালে শত্ৰুৰ লগত মায়চাৰা আৰু দামেচে মৰণত শৰণ দি উঠি-পৰি যুঁজিছে, তেওঁলোকৰ অৱস্থা বৰ সঙ্কটাপন্ন আৰু আবদুল্লাহ-বেন্‌ হোজাফা শত্ৰুৰ হাতত বন্দী হৈছে। এনেতে, খালিদ হঠাৎ ওলালগৈ। তেওঁৰ কৰাল মূৰ্ত্তি দেখিয়েই শত্ৰু সৈন্যই ৰণ এৰি নিজৰ শিবিৰত আশ্ৰয় ললেগৈ। গহীন নিশা তম্বুবোৰ তাতে এৰি, সিহঁতে আব্দুল্লাক লৈ এন্তাম্বুললৈ দিটিং মাৰিলে।

আব্দুল্লাহ হজৰত ৰছুল-কৰিমৰ (দঃ) দদায়েকৰ পুতেক আৰু হজৰত ওমৰৰ প্ৰিয় বন্ধু। মুছলমানবিলাকে শত্ৰুৰ তম্বুবোৰলৈ উভতি আহিল। শত্ৰুৰ হাতত আব্দুল্লাহ বন্দী হোৱা শুনিয়েই, খলিফাই তেওঁক এৰি দিবলৈ অনুৰোধ কৰি হিৰাকললৈ লিখি পঠালে।

এই চিঠি পাই, সম্ৰাটৰ মনত হৰ্‌ষৰণি লাগিল। আব্দুল্লাক তেওঁৰ আগলৈ অনাই ক'লে যে, যীচুখৃষ্টৰ মূৰ্ত্তিক, উপাসনা

কৰেঁাতে, অলপ ভক্তি দেখুৱালেই, তেওঁক মুক্ত কৰি দিয়া যাব। কিন্তু আব্দুল্লাই এই প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। ইয়াতে সম্ৰাটে খঙ উঠি বন্ধা গাহৰি মঙহ আৰু মটিকা তেওঁৰ আগত থৈ তিন দিন তেওঁক নিৰ্জ্জন কোঁটালী এটাত বন্ধ কৰি থলে।

সম্ৰাটে চতুৰ্থ দিনা দুৱাৰ মোকোলাই দেখিলে যে, যেনে বস্তু তেনেই আছে। তেওঁৰ এনে অটল ধৰ্ম্ম-ভক্তি দেখি, সম্ৰাটে তেওঁক ভালেমান উপহাৰ দি মুক্ত কৰি দিলে আৰু খলিফালৈ এখন বহুমূলীয়া ডাঙৰ হীৰা পঠাই দিলে। খলিফাই সেই হীৰা পন নিজে নেৰাখি ৰাজহুৱা ধন-ভঁৰালত দিলে।

আমৰ-বেন্-আ'চে ফেল্‌চেতিন (Palestine) অধিকাৰ কৰি, ধৰ্ম্ম-প্ৰচাৰ কৰিবলৈ চিচেৰিয়ালৈ গ'ল। চিচেৰিয়াত সম্ৰাটৰ পুতেক কনষ্টেণ্টাইনে বহুত সৈন্য লৈ ৰণৰ নিমিত্তে সাজুহৈ আছিল। মুচল-মান সৈন্য অহা বাতৰি পাই, তেওঁ এজন খৃষ্টান পাদুৰীক আমৰৰ ওচৰলৈ পঠালে।

চিচেৰিয়া অধিকাৰ, ১৭ হিঃ।

আমৰে নিজেই হজৰত বিলালক লগত লৈ তেওঁৰ ওচৰলৈ গৈ তেওঁক ইছ্‌লাম-ধৰ্ম্ম গ্ৰহণ কৰিবলৈ, নাইবা কৰ দি বশ্যতা স্বীকাৰ কৰিবলৈ অনুৰোধ কৰিলে। কনষ্টেণ্টাইনে কোনোটোতে মান্তি নোহোৱাত, দুই পক্ষই ৰণ দিবলৈ সাজু হ'ল। দুই দলৰ মাজত ভালেমান দিন ঘন্ধ যুদ্ধ চলিল।

শত্রু পক্ষই ক্রমে হাৰিবলৈ ধৰাত, তেওঁলোকে এৰাতি হঠাৎ নিজৰ তম্বুবোৰ তাতে এৰি পলাই কাট মাৰিলে। এইদৰে সহজে ৬৩৮ খৃঃ অব্দত (১৭ হিজৰীত) চিচেৰিয়া মোছ্লিম সাম্রাজ্যত ভুক্ত হ'ল।

এই ঘটনাৰ দিনচেৰেকৰ পাচত, কনষ্টেণ্টাইনৰ সাহাযাৰ নিমিত্তে ক্রীত (Crete) আৰু চাইপ্রেচ (Cyprus) দ্বীপৰ-পৰা বহুত বচদ-পাতি আৰু ৰণৰ আহিলাৰে ট্রয় অধিকাৰ, ১৭ হিঃ। খুন্দখোৱা পঞ্চাশ্ খন জাহাজ ত্রিপোলী নগৰ পালেহি। ইহঁতে চিচেৰিয়াৰ পতনৰ বিষয় ঘুনাক্ষৰেও শুনা নাছিল। গতিকে, ইউকেন্নাই অতি সহজে জাহাজ আৰু তাৰ বয়-বস্তু সকলো-বোৰ পালে। খালিদক তাত দেখি, তেওঁৰ হাতত নগৰখন গতাই দি, ইউকেন্নাই সেই জাহাজতে উঠি ট্রয় (Troy) নগৰৰ ফালে গ'ল। তাৰ মানুহবিলাকে তেওঁক কোঁঠৰ ভিতৰত পাই, তেওঁৰ অভিপ্রায় জানি, বন্দী কৰি পেলালে। এই সময়ত এজিদ-বেন্-আবুছুফিয়ান তাত ওলোৱাত, তেওঁৰ লগত ৰণ লাগিল। ৰণ চলি থকাঁতেই সিফালে বেচিল নামেৰে এজন খৃষ্টানে ইউকেন্নাৰ বান্ধ মোকোলাই দিলে।

এই বেচিল ডেকা-কালত ভালেমান দিন এস্তাম্বুলত বাহিৰা সন্যাসীৰ লগত আছিল। তেতিয়া এই সন্যাসীৰ মুখৰপৰা হজৰত ৰছুল-কৰিমৰ (দঃ) বহুত কথা শুনিছিল। তেওঁ এই সোণাময় সুযোগতে মুছলমানবিলাকক সহায় কৰি ইছ্লামৰ পবিত্র ছাঁত জিৰালেহি।

যুক্ত হৈছেয়ে, ইউকেম্নাই কোঁঠৰ দুৱাৰ মোকোলাই দিলে। কোঁঠৰ ভিতৰত হঠাৎ মুছলমান সৈন্যৰ "আল্লাহো আক্‌বৰ" ধ্বনি শুনি, তাৰ সকলোৱেই ভয়ত পেপুৱা খাই, কেউফালে পলাবলৈ ধৰিলে। বাকী শত্রু-সৈন্যই মুছলমানৰ বশ্যতা স্বীকাৰ কৰিলে। এই দৰে, ৰূপহী হেলেনৰ ( Helen ) ৰূপত মোহিত হোৱা মেনেলেয়চ (Menelaus) আৰু প্যাৰিচৰ (Paris) অভিনয়-ক্ষেত্র ট্রয় নগৰ মুছলমানৰ হাতলৈ আহে। কনষ্টেণ্টাইনে সাগৰেদি এস্তাম্বুললৈ পলাই যায়।

চিচেৰিয়া, ট্রয় আদি অধিকাৰ কৰাৰ পাচত, মুছলমান-বিলাকে ক্রমান্বয়ে বাম্‌লা *, একাৰ, স্বাক্‌কা, আছকালন, গাজা, চিচেম, ডায়বাৰ ( টাইবেৰিয়া ), বায়ৰোজিদান, জাবাল্লা, আৰু নোদিচিয়া অধিকাৰ কৰিলে। ছ বছৰৰ ভিতৰতে ঐশ্বৰ্য্যশালী বিশাল চিৰিয়া প্রদেশ ( শ্যাম শৰিফ ) মুছলমানৰ হাতলৈ অহাত, ইচ্‌লামৰ গৌৰৱ-ৰবিয়ে তাত 'ৱাহ্‌দানিয়তৰ' (একমেবদ্বিতীয়মৰ) জেউতি দি পোহৰ কৰি পেলালে।

* এই বাম্‌লাতে হজৰত চালেহ আলেইহেচ্ছালামৰ কবৰ শৰিফ আছে। গ্রন্থকাৰে জিয়াৰত কৰি আহিছে।

—০❋჻❋০—

## খ্ৰীমন্ত মাউৰ লগা।
## ১৮ হিঃ।

সংসাৰৰ লীলা-খেলা সকলোৱেই খন্তেকীয়া। আজি যি হালছিগা ভিকহু, কাইলৈ তেওঁ ধনকুবেৰ হব পাৰে। আকৌ আজি যি জনক মহা ৰাজাধিৰাজ বুলি জগতে পূজিছে, দুদিনৰ পাচত তেওঁ বাটৰ মগনিয়াৰ হব পাৰে। আমি কৰপৰা কি উদ্দেশ্যত এই মহা মেলাত ভৰি দিছোঁ। যাক কি লৈবা উভতি যাম, সেই বিষয়ত সমূলি উদাসীন। হেতুকে, উভতিবৰ সময়ত মহা অভাব আৰু 'আমল'ত (কৃত কৰ্ম্মফলত) বাজে আৰু একো আমাৰ লগত নাযায়।

সংসাৰৰ সুখ আশা কৰি নৰে
আপোন পাহৰি লৰিছে হায়!
কাৰোবা ভাগ্যত ফলিছে সপোন
কাৰোবা ভাগ্যত একোৱেই নাই।
কি লাভ ইয়াত খন্তেকীয় সুখে
—খন্তেকৰ পাচে আঁতৰি যায়?
মৰুৰ মাজত নিয়ঁৰৰ কণা
পলাই পুৱাৰ পৰশ পায়।

১৮ হিজৰীত চিৰিয়াৰ কেউফালে ভয়ানক মাউৰ লাগিছিল। এই মহা কালৰ হাতত আৰৱ সেনাপতিয়ে ২৫ হাজাৰ সৈন্য হেৰুৱালে, আৰু চাৰ জাবিল-বেন্-হাছানা, এজিদ-বেন্-আবুছুফিয়ান

এই 'কেনা' ( নশ্বৰ ) তুলিয়া চিৰকাললৈ এৰি গ'ল। আৰব-বিলাকে এই বছৰৰ নাম দিছিল 'আম্মোল থামাদা' (ধ্বংসৰ বছৰ)। এতিদ-বেন-আবুছুফিয়ানৰ ওফাত'ৰ ( মৃত্যুৰ ) পাচত তেওঁৰ ঠাইত মাবিয়া-বেন্-আবুছুফিয়ান খামৰ * শাসনকৰ্ত্তা হ'ল।

——— :০:———

মহাত্মা খালিদৰ ওফাত।

ত্রিভুবনজয়ী কত বজা আছি
কালৰ কোলাত মিহলি হ'ল
জলিল চাকিটি সুমাল আকৌ
পোহৰৰ মাথোঁ স্মৃতিটি ৰ'ল।

এই ঘটনাৰ তিনি বছৰৰ পাচত মহাত্মা খালিদৰ ওফাত হয়। এই সময়ত আছৱাত নামেৰে এজন আৰব কবিয়ে তেওঁৰ চিৰিয়া-বিজয় কাহিনী আৰু নানা প্রকাৰ তেওঁৰ গুণ বৰ্ণনা কৰি এখনি কাব্য ৰচনা কৰিছিল। বীৰবৰে সন্তুষ্ট হৈ সেই কবিক দহ হাজাৰ দেৰ্হাম ( সোণৰ মোহৰ ) বঁটা দিছিল। তাকে হজৰত ওমৰৰ কাণত পৰাত, তেওঁ চৰ্কাৰী টকা অপব্যয় কৰিছে বুলি সন্দেহ কৰি তেওঁক পদচ্যুত কৰে। অজীৱণ ৰণে ৰণে ফুৰোঁতে, অস্ত্ৰৰ আঘাতত তেওঁৰ দেহা জুকলা হোৱাত, লগৰীয়া বীৰসকলৰ অকাল

* এই খালিদাৰ পুতেকেই ইছ্লাম-দ্রোহী এজিদ।

মৃত্যুত মন ভাগি যোৱাত আৰু তাৰ উপৰি এই বুঢ়া কালত কামৰ পৰা বৰ্‌খাস্ত হোৱাৰ অপমানত, তেওঁৰ স্বাস্থ্য একেবাৰে ভঙ্গ হৈ পৰিল। তেওঁৰ 'ওকাত'ৰ পাচত, হজৰত ওমৰে যেতিয়া জানিব পাৰিলে যে, নাপোন বণৰ সম্বুলি, এটি ঘোঁৰা আৰু এটি দাসত বাজে মহাত্মা খালিদে ইহ-সংসাৰত আৰু একো থৈ যোৱা নাই, তেতিয়া তেওঁৰ হকে নিতান্ত অবিচাৰ কৰা হ'ল বুলি বুজিব পাৰি, খলিফাই মেন নগৰলৈ গৈ তেওঁৰ কবৰত বৰ বিলাপ কৰিছিল।

—০:✻✻:০

## ইৰাক-বিজয়।

যি সময়ত মুছলমানবিলাকে জেৰুজেলাম অৱৰোধ কৰিছিল, সেই সময়ত মোছ্‌লিম সেনাপতি ছাআদ-বেন্‌ ৱাক্কাছে ইৰাণৰ

আল্‌জেচিৰ-বণ, বমজান, ১৩ হিঃ। সীমাৰপৰা তাৰ ভিতৰুৱা অন্যায় আচৰণবোৰৰ ওপৰত চকু দি টলকামাৰি চাই আছিল।

৬২৮ খৃঃ অব্দত চিৰোৱাই (Siroes) ষড়যন্ত্র কৰি বাপেক খুছ্‌ৰুপৰ্‌ৱেজক মৰাই পেলাই, নিজে ইৰাণৰ ৰাজ-পাটত বহে। দুৰাত্মা চিৰোৱাই নিজক নিৰাপদ কৰিবৰ নিমিত্তে আৰু ভুবনবিখ্যাত ৰূপলাৱণ্যবতী স্মীৰিক বিয়া কৰিবৰ আশাৰে নিজৰ ১৭ জন ককাই-ভাইক বধ কৰে। কিন্তু শ্বাৰিয়ে

এই নৰাধমৰ হাতৰপৰা সৰকিবলৈ আত্মহত্যা কৰে। ৮ মাহৰ পাচত চিৰোয়াৰ মৃত্যু হ'ল। তেওঁৰ পুতেক আৰ্দ্দিৰ্ছীৰ ৰাজ-পাটত বহে। কিন্তু তেওঁকো অলপ দিনৰ পাচতে গুপ্তঘাতকে মাৰে। তাৰ পাচত শ্বাহ্‌ৰেয়াৰ নামেৰে এজন মানী মানুহ সম্রাট হ'ল। তেওঁকো গুপ্তঘাতকে মাৰে। তাৰ পাচত খুছ্‌ৰুৰ জীয়েক তুৰাণ-দখ্‌ৎ ৰাজ-পাটত বহে। তুৰাণ-দখ্‌তে দেড় বছৰ মাথোন ৰাজত্ব কৰিবলৈ পায়। তেওঁৰ দদায়েক শ্বাহ্‌ স্নেনান্দাই তেওঁক ভাঙ্গি নিজে পাটত বহে। মন্ত্রীসকলে গোট-পিত খাই ৬৩২ খৃঃ অব্দত আৰ্‌জামি-দখ্‌ৎ নামেৰে খুছৰুৰ আন এজনী জীয়েকক পাটত বহুৱায়। এই সময়ত টাইগ্ৰীচ ( Tigris ) নৈৰ দাঁতিকাষৰীয়া মদায়েন (টেচিফোন) নগৰ ইৰাণৰ (Persia) ৰাজধানী আছিল। খালিদে শ্বামলৈ যোৱাৰ পাচত, খলিফা আবুবকৰৰ আদেশ মতে, মোছান্নাই ফোৰাত ( Euphrates ) নৈৰ দাঁতিকাষৰীয়া চোৱাদৰ ( ইৰাকি-আৰবৰ ) শাসনকৰ্ত্তা হৈছিল। হজৰত ওমৰে খিলাফতৰ দায়িত্ব-ভাৰ লৈয়েই, ইৰাণৰ এই অন্তৰ্বিপ্লবৰ সময়ত ইছ্‌লাম প্ৰচাৰ কৰিবলৈ আবুওবায়দা-ছাক্‌ফীক দহ-হাজাৰ সৈন্য দি ইৰাকলৈ পঠালে। আৰ্‌জামিদখ্‌ৎ মহাৰাণীয়ে খোৰাছানৰ ( Khorassan ) শাসনকৰ্ত্তা ৰোস্তম-বেন্‌-ফাৰে্‌খাথ্‌জাদক 'উজিৰে-হৰব্‌' ( ৰণ-মন্ত্রী ) কৰি ৩০ হাজাৰ সৈন্য দি মুছলমান সৈন্যক একেবাৰে খেদাই দিবলৈ আদেশ দিলে আৰু আৰবৰ অজাত শত্ৰু জাপানক সেনাপতি

কৰি তেওঁক সহায় কৰিবলৈ পঠালে। ‘নমাৰেক’ নামেৰে ঠাই এখনত দুই দলৰে ভয়ানক ৰণ লাগিল। ৰোস্তম ৰণত হাৰি পলাই গ’ল আৰু জাপান বন্দী হ’ল। কিন্তু জাপানে কাকতি কৰি আত্ম-পৰিচয় লুকুৱাই মুক্তি-পণ দি কথমপি সাৰি গ’ল। তাৰ পাচত ছকাতিয়া আদি ঠাইত পনচেৰেক ৰণ লাগে। কেইওখনতে শত্ৰু সৈন্য হাৰি পলাই পিয়াঁপি দিলে

এই পৰাজয়ৰ পাচত, মহাৰাণীয়ে “বীৰবাহমন” মৰ্‌ৱানশ্বাহক তিনি হাজাৰ সৈন্য আৰু ৩০ টা হাতীৰে সৈতে ৰোস্তমক সহায় কৰিবলৈ পঠালে। ‘মৰুহা’ত দুইদল মুখা-মুখি হ’ল; কিন্তু মাজতে এখন নৈ পৰিল। মৰ্‌ৱানশ্বাহে নৈৰ সিপাৰৰপৰা মুছলমানবিলাকক ৰণলৈ আহ্বান কৰিলে। “এই ‘মাজুছীয়ে’ (Magian অৰ্থাৎ জুই পূজক) আমাক এনেকৈ আহ্বান কৰিব আৰু আমি আগবাঢ়ি নেযাম, ই সম্পূৰ্ণ অসম্ভৱ’, এই বুলি ছাকৃফীয়ে নাওৰে সাকো বান্ধি নৈ পাৰ হ’ল। এমনৰ ৰজা আব্ৰাহাই যি বগা হাতীত উঠি কা’বা শৰীফ ধ্বংস কৰিবলৈ গৈছিল, মৰৱানে সেই হাতীতে উঠি ছাকৃফীক আক্ৰমণ কৰিলেহি। ছাকৃফীৰ তৰোৱালে এই বগা হাতীৰ শুড়ঁডাল দোডোখৰ কৰি পেলালে; কিন্তু ভৰি পিছলি যোৱাত, তেওঁ হাতীৰ তলত পৰি ‘শ্বহীদ’ হ’ল। ছাকৃফীৰ প্ৰাণ গ’ল হয়; কিন্তু মোছান্নাই এনে সিংহ বিক্ৰমেৰে শত্ৰু-সৈন্যৰ ওপৰত পৰিলেহি যে, সিহঁতে পলাবলৈ ‘ভৎ নেপালে। ন হাজাৰৰ মাজত ছহাজাৰ শত্ৰু সৈন্য এই ৰণত সিফলীয়া হয়। সাকো

বান্ধি নৈ পাৰতৈ ৰণ কৰাৰ নিমিত্তে, এই ৰণক 'আল্জেচিৰ' ( সাকো ) ৰণ বোলে। ১৩ হিজৰীৰ ৰমজান মাহত এই ৰণ ঘটে।

এই ৰণৰ পাচত, মোচান্নাই কোৰাত নৈৰ তীৰ্ভিৰ দৌৰাত্ম্য নিবাৰণ কৰিবলৈ গাওঁতে, ইৰাণী সৈন্য আহি আৰব সৈনাক কুফাৰ ওচৰত 'বোয়েব' বোলা ঠাই খনতে ধৰিলেহি। এই ৰণত বহুত আৰব খৃষ্টান আহি মোচান্নাক সহায় কৰিছিল।

ইচলামী ৰণৰ নিয়ম —সেনাপতিয়ে প্ৰথম বাৰ "আল্লাহো আকবৰ' ধ্বনি কৰিলেই সৈনাবিলাকে অস্ত্ৰ-শস্ত্ৰ লব লাগে; দ্বিতীয় বাৰত অস্ত্ৰ তুলি আক্ৰমণৰ নিমিত্তে সাজু হ'ব লাগে; তৃতীয় বাৰত আক্ৰমণ কৰিব লাগে। কিন্তু মোচান্নাই দ্বিতীয় বাৰ "আল্লাহোআকবৰ' কৰলৈ নৌপাওঁতেই, ইৰাণী সৈন্যবিলাকে মোচ্লিম সৈনাৰ ওপৰত পৰিল। মোচ্লিম সৈনায়ো উত্তেজিত হৈ সেনাপতিৰ আদেশলৈ বাট নেচাই আগ বাঢ়িল। মোচান্নাই ভেত্তিয়া চিঞৰিয়াই কৰলৈ ধৰিলে, "সাৱধান! ইচ্লামক কলঙ্কিত নকৰিবা। মোচান্নাৰ এই মাত শুনা মাত্ৰকে, মোচ্লিম সৈনাবিলাকে আকৌ নিজ নিজ শাৰীত আহি থিয় হ'লহি। তাৰ পাচত সেনাপতিৰ আদেশ মতে মোচ্লিম সৈন্যই ইৰাণী সৈন্যক আক্ৰমণ কৰিলে। এই ৰণত মচ্উদ ঘাইল হৈ মাটিত পৰি গলত, তেওঁৰ ককায়েক

বাৰম্ব ৰং

মোছান্নাই কৰলৈ ধৰিলে, "যাৰ সন্মান-জ্ঞান আছে, তেওঁ এনেকৈয়ে জীৱন দান কৰে।" আৰু সেই বীৰ মছ্উৱে অন্তিম সময়ত চট্ফট্কৈ মাটিত বাগৰি বাগৰি কৰলৈ ধৰিলে, "মোৰ প্ৰাণ যিজনে কিনি লৈছে, তেওঁৰেই ওচৰলৈ যাওঁ। সাৱধান! তোমালোক কেতিয়াও সাহ নেহেৰুৱাবা।" অৱশেষত ইৰাণৰ নামজলা বীৰ খুৰ্জবৰৰ্জাত আৰু সেনাপতি মোহ্ৰাণ মৰা পৰিলত, শত্ৰু সৈন্য পলাই পত্ৰং দিলে।

এই পৰাজয়-বাতৰি ইৰাণী দৰ্বাৰীসকলে শুনি, আৰ্-জামিদখ্তক ভাঙ্গি এজ্দেগেৰ্দ্দক পাটত বহুৱালে। এজ্দেগেৰ্দ্দ খুছ্ৰুপৰৱেজৰ নাতিয়েক। এওঁ সম্রাট হোৱা মাত্ৰকে ইছ্লামৰ গৰ্ব্ব খৰ্ব্ব কৰিবৰ নিমিত্তে, ৰোস্তমক এক লাখ কুৰি হাজাৰ সৈন্য দি পঠালে আৰু এদল সৈন্য আল্হাৰ্জামানৰ তলত দি আবুছামা-আল্-আশ্বাৰিৰ আওভাও বুজিবলৈ পঠালে। এই বাতৰি শুনি, হজৰত ওমৰে মহাবীৰ ছাআদ-বেন্-ৱাক্কাছক ছ হাজাৰ সৈন্য দি মোছান্নাক সহায় কৰিবলৈ আদেশ দিলে। কিন্তু ছাআদ মোছান্নাৰ লগত মিলাৰ তিন দিনৰ পাচত, মোছান্নাৰ 'ওফাত' (মৃত্যু) হয়

কাদেছিয়া মহাৰণ, ৬৩৬ খৃঃ ১৫ হিঃ।

বীৰ মোছন্নাই কৈছিল—"মই ইৰাণীবিলাকৰ লগত ইছ্লাম গ্ৰহণৰ আগেয়েও যুঁজিছোঁ আৰু পাচেও যুঁজিছোঁ।

এই বিশেষকৈ বুজিব পাৰিছোঁ যে, ইচ্‌লামৰ আবিৰ্ভাৱৰ আগেয়ে এশ 'আ'জমী' (অনাৰব) জাতাৰ আৰবৰ সমান আছিল। ইচ্‌লাম গ্ৰহণৰ পাচত, সেই আৰববিলাকৰ এজন এজন, এবাপাৰ দহজন দহজনতকৈও বেচ বলা হৈছে।" ইয়াৰ কাৰণ কি? যাবিমুকৰ জুই পৰাজয়ৰ সময়ত এজন বুঢ়াই পিয়হে গ্ৰীক সম্ৰাট হিৰাকলৰ দৰ্‌বাৰত কৈছিল—"আৰববিলাক চৰিত্ৰ-বলত বলা। তেওঁলোকে ৰাতি আল্লাৰ 'এবাদত' (উপাসনা) কৰে, দিনত ৰোজা ৰাখে, কাকো অত্যাচাৰ নকৰে। তেওঁ-লোকৰ মাজত সাম্য বিৰাজমান। সেইবাবে, তেওঁলোক সাহিয়াল, সঙ্কল্পত পৰ্বতৰ দৰে অটল আৰু ৰণ-ক্ষেত্ৰত বলিয়া হাতীৰ দৰে হয়। আৰু আমাৰ অৱস্থা? আমি মদত নতলায়, সকলো কুকামতে লিপ্ত। প্ৰতিজ্ঞা ভঙ্গাত আৰু অত্যাচাৰ কৰাত পাচ নোহোহকৈ। আমাৰ ধৈৰ্য্য বা সাহ একো নাই।" ইয়াতে এই প্ৰশ্নৰ উত্তৰ পোৱা যায়।

হজৰত ওমৰে সেনাপতি ছাআদলৈ লিখি পঠালে—"ইচ্‌লামৰ শিক্ষা আৰু সৌন্দৰ্য্য বুজাই দি, 'মজুছী' (জুইপূজক) বিলা-কক ইচ্‌লামৰ ফালে আহ্বান কৰিবা। যিসকলে এই সত্য ধৰ্ম্ম গ্ৰহণ কৰিব, তেওঁ-লোক সকলো বিষয়তে আমাৰ সমান। যি সকলে ইচ্‌লাম কবুল নকৰিও 'জিজিয়া' দিবলৈ মান্তি হ'ব, তেওঁলোক আমাৰ মিত্ৰ। আৰু যিসকলে ইচ্‌লাম গ্ৰহণ কৰিবলৈ, নাইবা 'জিজিয়া' দিবলৈ অস্বীকাৰ কৰিব, তেওঁলোকৰ নিমিত্তে উদং তৰোৱাল।"

পাৰস্য দৰবাৰত মোছ্‌লিম কটকী।

খলিফাৰ 'ফৰ্মান' (হুকুম) মতে ছাআদে ইৰাণৰ যাজধানী মোদায়েনলৈ কনদিয়েক প্ৰতিনিধি পঠালে। না'মান-বেন-মকৰণে চমুকৈ ইছ্‌লামৰ শিক্ষা আৰু সৌন্দৰ্য্য ব্যাখ্যা কৰি সম্ৰাট এজ্‌দেগেৰ্দ্দক ইছ্‌লাম গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। সম্ৰাটে ক'লে, "তোমালোকে পাহৰি গলানে যে, তোমালোক পৃথিবীৰ মাজত সকলোতকৈ নিকৃষ্ট জাতি?" তেতিয়া মুগীৰা-বেন্‌-জৰ্‌ৰাই উঠি ক'লে, "হঁচা, আৰবনিলাক তেনে আছিল। কিন্তু সেইজন 'লাশ্বৰীক বহ্‌মাতুৰ্‌ৰ্হিম'ৰ কি অপাৰ মহিমা! তেওঁ দয়া কৰি আমাৰ মাজত বিশ্ব-পয়গাম্বৰ দি আমাক উন্নত কৰিলে, আমি এতিয়া সভাৰ পোহৰ দেখিবলৈ পাইছোঁ। আৰু আপোনালোককো তালৈ আহ্বান কৰিছোঁ।"

এই কথা-বতৰাৰ পাচত, সম্ৰাটে মুছলমানৰ বশ্যতা স্বীকাৰ কৰাৰ ভাৱ দেখুৱাত, মোছ্‌লিম প্ৰতিনিধিয়ে ছাআদৰ ওচৰলৈ উভতি গ'ল।

পাচত এজদেগেৰ্দ্দে মুছলমানবিলাকক ইৰাণ সাম্ৰাজ্যৰ সীমাৰপৰা বাহিৰ কৰি দিবলৈ, ৰোস্তমক আদেশ দিলে। ৰোস্তমে সৈন্যৰ বিৰাট বাহিনী লৈ কাদ্দেছিয়া পালেহি। ছাআদে সন্ধিৰ প্ৰস্তাৱ কৰি ৰোব্‌ই-বেন্‌-আমিৰক ৰোস্তমৰ ওচৰলৈ পঠালে। কটকীয়ে দৰবাৰলৈ আহি থিয় হৈ, "সৃষ্ট জীৱৰ সলনি সৃষ্টি-কৰ্ত্তাৰ 'এবাদত' (পূজা) হওক" বুলি চমুকৈ কৈ সন্ধিৰ কথা উলিয়ালে। সেই দিনা সন্ধিৰ বিষয়

একো মীমাংসা নহ'ল। তাৰ পাচত আকৌ এদিন দৰ্‌বাৰ হ'ল। মুগীৰাই মোচ্‌লিম কটকীহে দৰ্‌বাৰলৈ আহি দেখিলে যে, ৰোস্তমে কেউকালে পাত্ৰ-মিত্ৰ লৈ ওখ সিংহাসনৰ কেপ্‌-কৰাত বহি আছে। তেওঁ একেবাৰে ৰোস্তমৰ কাষতে আসন ললেগৈ। দৰ্‌বাৰীবিলাকে মুখ বিকটা-বিকটি কৰিবলৈ ধৰিলে হয়; কিন্তু তেওঁ তালৈ কাণ নকৰি, তেওঁলোকক সম্বোধন কৰি ক'লে, "একজন মানুহে নিজেই 'খোদা' হৈ বহিব আৰু আন আনবিলাকে তেওঁৰেই দাসানুদাসহৈ মূৰ দোৱাই থাকিব, এনে দৃশ্য আমাৰ ইচ্‌লামৰ আগত অসহ্য।" ৰোস্তমে এই উক্তি শুনি নানা প্ৰকাৰ বাংবিং কথাৰে আৰু অৰ্থলোভ দেখুৱাই তেওঁক কুচুলাবলৈ চেষ্টা কৰিলে। কিন্তু তেওঁ ভয় নকৰি কবলৈ ধৰিলে—"ইচ্‌লামত আত্মসমৰ্পণ কৰক, নাইবা 'জিজিয়া' দিবলৈ গান্তি হওক। তাকে নকৰিলে, আপোনালোকৰ আৰু আমাৰ সম্বন্ধৰ মীমাংসা, এই তৰোৱালেই কৰিব। গতিকে, সন্ধিৰ আশাৰ ঠাইত তেতিয়াই ৰণ-শিঙা বাজি উঠিল—জন্‌ জন্‌ আৰু ঝম্‌ ঝম্‌ শব্দ হবলৈ ধৰিলে।

দুই পক্ষৰ সৈন্য আহি মুখামুখি হ'ল। তিন দিন নেৰানেপেৰাকৈ ৰণ চলিল। চতুৰ্থ দিনা এনেনো পচোৱা বতাহ ববলৈ ধৰিলে যে, ধুমুহাৰ কোবত বালি উৰি ৰোস্তমৰ উশাহ বন্ধ কৰি দিলে। তৎনেপাই ৰোস্তম তম্বুৰ ভিতৰত গইনা ললে। তম্বুটো বতাহে উকৰাই নৈত পেলাই দিলে আৰু তেওঁ পানীত পৰি গ'ল। হেলাল নামেৰে

এজন আৰব বীৰ আহি তেওঁক পানীৰ পৰা টানি চোঁচোৰাই আনি তেওঁৰ টেঁটু ছিঙি পেলালে। সেনাপতিৰ এনে গতি দেখি, বিপক্ষ সৈন্যই ভয়ত পলাবলৈ ধৰিলে। এই ৰণত ত্ৰিশ হাজাৰ ইৰাণী আৰু সাত হাজাৰ মোছলিম সৈন্য সিকলীয়া হ'ল। আৰৱবিলাকে ভালেমান ধনমূল্যীয়া বয়-বস্তু পালে।

এই বিখ্যাত মহা ৰণৰ পাছত, খলিফাৰ আদেশ মতে, ছাআদে বিজিত প্ৰদেশত কৰ নিৰূপণৰ, মছজিদ সজাৰ আৰু ধৰ্ম্ম বিস্তাৰৰ নিমিত্তে দিনচেৰেক তাতে থাকিল আৰু শাসনৰ সুবিধা বুজি আৰবৰ দেশ জুৰাই বছ্‌ৰা ( Bussora ) নগৰ পতালে।

ভগনীয়া ইৰাণী সৈন্যবিলাকে বাবুলত গৈ থুপ খালেগৈ। সিহঁতে নতুন সৈন্য গোটাই আগভেটা দিবলৈ তাত থাপ লৈ আছিল। ছাআদে বাটতে নোবহুৰ বজা নোস্তমক বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য কৰি, বাবুলত ওলালগৈ। ইয়াত দোমোজা ৰণ লাগিল। শত্ৰু সৈন্য পলাই কুছাত গোট খালেগৈ। কুছাতো শত্ৰুৰ পৰাজয় ঘটিল —— সেনাপতি শাহ্‌ৰেয়াৰ হাত পৰিল।

মোদায়েন অধিকাৰ, ৬৩৭ খৃ., ১৬ হি.।

খোদা দ্ৰোহী নমৰুদ শয়তানে হজৰত ইব্ৰাহিম আলেই-হেচ্ছালামক এই কুছাতে বন্দী কৰি থৈছিল। ৰণ শেষ হোৱাৰ পাছত, ছাআদে হজৰত ইব্ৰাহিম নবীৰ কাটকৰ

'চনবোৰ দৰ্শন কৰি, সেই ঠাই অধিকাৰ কৰিব পাৰিলে বুলি, আল্লাহতা'লাক ধন্যবাদ জনালে।

তাৰ পাচত 'বাহ্‌ৰা-শেৰ' নামেৰে ঠাই খনত বাঘৰ লগত ৰণ লাগিল। ইৰাণীবিলাকৰ এটা পোহনীয়া জয়ধন বাঘ আছিল। সিহঁতে সেই বাঘটোক মোছ্‌লিম সৈনাৰ আগত পেলাই দিলে। সিংহ হাশ্বিমে সেই ভয়ঙ্কৰ বাঘটোক তৰোৱালেৰে একোকোবে কাটি দোডোখৰ কৰিলে। হাজাৰ চেৰেক ইৰাণী সৈনা বন্দী হ'ল। ছাআদে, এই বন্দীবিলাকৰ নাম ধাম লিখি, সিহঁতক এৰি দিলে। বাহ্‌ৰা-শেৰো মোছ্‌লিম সৈনাই অধিকাৰ কৰিলে।

এই দৰে কাদ্দেছিয়াৰ দাঁতিকাষৰীয়া ঠাইবোৰ তলভীয়া কৰি, ছাআদে ৬০ ষাঠি হাজাৰ সৈন্য লৈ দজ্‌লা নৈ (Tigris river) পাৰহৈ ইৰাণৰ ৰাজধানী মোদায়েনৰ ফালে ইছ্‌লাম প্ৰচাৰ কৰিবলৈ যাত্ৰা কৰিলে।

বাহ্‌ৰা-শেৰৰ পতনৰ পাচত, ইৰাণীবিলাকে পলাই নৈৰ সিপাৰলৈ গৈ, নৈৰ গোটেই সাকো ভাঙ্গি পেলালে আৰু পাৰ হোৱা নাওবোৰ আঁতৰাই এফলীয়া কৰি থলে। কিন্তু সেনাপতি ছাআদে "আল্লাহো আকবৰ" বুলি ঘোঁৰাবে সৈতে সেই উত্তাল দজ্‌লা নৈত জাপ দিলেগৈ। গোটেই মোছ্‌লিম বাহিনীয়ে শাৰীৰ শৃঙ্খলা নেভাঙ্গি সেনাপতিৰ পাচে পাচে গ'ল। ইৰাণী সেনাপতি খৰ্‌জাদে নৈৰ দাঁতিৰপৰা মোছ্‌লিম সৈন্যক আগভেটা দিবলৈ চেষ্টা কৰিছিল। কিন্তু অদম্য মোছ্‌লিম

বাহিনীৰ আগত টিকিব নোৱাৰি "দেও আ'মদাআন্দ, দেও আ'মদাআন্দ" অৰ্থাৎ দেও আহিছে, দেও আহিছে বুলি আটাই পাৰি খৰ-কাছুটি এৰি পলাবলৈ ধৰিলে। ৬৩৭ খ্ৰীঃ অব্দৰ ১৬ হিজ্ ৰীৰ চফৰ মাহ শুকুৰবাৰে বিনা ৰক্তপাতে এচিয়াৰ গোটেই বিলাস-ভাণ্ডাৰ ইৰাণৰ ৰাজধানী মোদায়েন মোছ্‌লিমৰ অধীন হ'ল। ইৰাণৰ ৰাজদৰবাৰত সোমাই, মোছ্‌লিম বাহিনীয়ে জুম্মা নামাজ পঢ়িলে।

কেয়ানী আৰু চাচানী সম্ৰাটসকলৰ বহুকালৰ সাঁচি থোৱা গোটেই ধনবস্তু - হৰমুজ আৰু কোবাদৰ 'খঞ্জৰ' (তৰোৱাল), নওশেৰোৱাঁৰ 'তাজ' (মুকুট), ইৰাণ সম্ৰাটৰ 'ষ্যাকুত'-খচা সোণৰ ঘোঁৰা আৰু ৰূপৰ উট আৰু ইৰাণ দৰবাৰৰ 'বাহাৰ ফৰ্শ' (দলিচা), এই আটাইবোৰ মোছ্‌লিম সৈন্য দলাকৰ হাতত পৰিল।

ইৰাণৰ সেই অমূল্য মণিমুক্তা আদিলৈ কোনো সৈন্যই চকু নিদিলে, য'তে বস্তু তাতে পৰি আছিল। ধন্য তেওঁলোকৰ সংযম! ধন্য তেওঁলোকৰ সম্বৰণ!! অৱশেষত সেনাপতিয়ে নিৰ্দ্দিষ্ট ভাগ দাৰুল-খিলাফতলৈ (মদিনালৈ) পঠাই, বাকী বস্তুবোৰ সৈন্যৰ মাজত ভগাই দিলে।

ইৰাণী সেনাপতি খৰ্‌জাদে মোদায়েন এৰি, জুলুলাৰ কোঁঠৰ ভিতৰত গইনা লৈছিল। মোছ্‌লিম সৈন্যই সেই কোঁঠ অৱৰোধ কৰিলে। মাজে মাজে সৰুসুৰা ৰণ হবলৈ ধৰিলে। ছ মাহ অৱৰোধ কৰাৰ পাচত, জুলুলা মোছ্‌লিম সৈন্যই অধিকাৰ কৰে।

জুলুলা অধিকাৰ, ১৬ হিঃ।

যেতিয়া বাছ্‌ৰা শেৰত ভয়ানক ৰণ চলিছিল, তেতিয়া সম্রাট এজ্‌দেগেৰ্দ্দ মোদায়েনৰ পৰা পলাই হাল্‌ৱান নগৰত লুকাই আছিল। মোছ্‌লিম্ সৈন্যই জুলুলা অধিকাৰ কৰাত, সেনাপতি হাৰেচ জুলুলাৰপৰা আৰু এজ্‌দেগেৰ্দ্দ হাল্‌ৱানৰ পৰা পলাই যায়। সেনাপতি চোপ্‌তি-পুচক-খসুম ৰণত হাৰিলত, হাল্‌ৱানৰ সকলো মানুহে ইচ্‌লামৰ আশ্রয় ললে।

ছাআদে সম্রাট আৰু হাৰেচক খেদি ধৰিবৰ ইচ্ছা প্রকাশ কৰি খলিফাৰ অনুমতি বিচৰাত, খলিফাই কৈ পঠালে —"ৰণত পোৱা ধন বস্তু আদিতকৈ সত্যধৰ্ম্ম বিস্তাৰ আৰু সেই ধৰ্ম্মাবলম্বীসকলৰ সকলো প্রকাৰ মঙ্গল-সাধনা বেচি বাঞ্ছনীয়।"

ইৰাণ-কুবেৰে বহুত দিনৰপৰা সাঁচি থোৱা ধন-বস্তু মোছ্‌লিম্ সৈন্যই ৰণত পাই, মদিনাত দ'মাই পৰ্ব্বতাকাৰ কৰিলে। সেই অলেখ ধন আৰু বস্তু দেখি, খলিফা হজৰত ওমৰে হঠাৎ কান্দি উঠিল। কবলৈ ধৰিলে—"হায়! এই ধনেই মৰম-বেথাৰ ঠাইত পৃথিবীত খিয়লা-খিয়লিৰ সৃষ্টি কৰে।"

মোদায়েনৰ হাৱা-পানীয়ে সুগুজে বুলি, ছাআদে তাৰ আৰু বেবিলোনৰপৰা বহুত মা-মচলা—শিল কাঠ আদি-আনি কুফা (১) নগৰতে সৈন্যবিলাক থাকিবৰ নিমিত্তে সুন্দৰ সুন্দৰ ঘৰ সজাবলৈ যো-জা কৰিলে। ক্রমে তেওঁৰ হিয়াত ইৰাণৰ বিলাসিতাৰ প্রভাৱ বিস্তাৰ হবলৈ ধৰিলে।

(১) প্রবাদ আছে—মহা বান পানীৰ ( Universal Deluge ) সময়ত, নূহ-নবী ( Noah ) এই কুফাতে তেওঁৰ 'কিস্তী'ত ( Ark ) উঠিছিল। আৰু বিহিস্তত ( Garden of Eden ) মাহামাই ( Eve ) সাপৰ ফুচুলনিত পৰি 'গন্দুম' ( Forbidden Fruit ) খোৱাৰ পাচত, ইয়ালৈকে তেওঁ নিৰ্ব্বাসিত হৈছিল। সেই দেখি, ফাকি-ফুকা আৰু বিশ্বাসঘাতকতাত কুফাবাসী চিৰপ্রসিদ্ধ।

হজৰত ওমৰে শুনিলে যে, ছাআদে বিলাস-পৰায়ণ ইৰাণ-সম্রাটৰ বিলাস-ভৱনৰ দৰে এটা ঘৰ ওখ বিভোপন কৰেং সাজি তাৰ চাৰিউফালে প্ৰহৰী ৰাখি, তাত থাকিব খুজিছে। এইদৰে ৰছুল-কৰিমৰ (দঃ) পৱিত্ৰ ৰীতি-নীতি পাহৰি, খুচ্ছৰৰ আচাৰ-ব্যৱহাৰ ধৰিব খুজিছে। খলিফাই তেতিয়াই মোহম্মদ নামেৰে এজন সাধুক কুফালৈ পঠাই দিলে। মোহম্মদে তালৈ গৈ, ঘৰ সাজিবৰ নিমিত্তে যি মা-মছলা গোটোৱা হৈছিল, সকলোবোৰ একে লগ কৰি, জুই দি পুৰি পেলালে। ছাআদে আচৰিত হৈ ইয়াৰ কাৰণ সুধিলে। মোহম্মদে তেতিয়া খলিফাৰ চিঠিখন ভেঁওক দিলে। সেই চিঠিত লিখা আছিল —"আপুনি এনে অন্যায় কাম কৰি ৰছুল-কৰিমৰ ( দঃ ) 'চুন্নত' ( ৰীতি-নীতি )লৈ আওকাণ কৰি, পাৰস্য সম্রাটৰ আচাৰ-ব্যৱহাৰ অৱলম্বন কৰিবলৈ ধৰিছে। আপোনাৰ হৃদয় কলুষিতকাৰী পাপ পুৰিবলৈ মই মোহম্মদক পঠাইছোঁ। ৰছুল-কৰিমে ( দঃ ) টোকোৰা পঁজাত থাকি 'বিহিস্তি'ত ( স্বৰ্গত ) অতি ওখ আসন পাইছে। পৃথিৱীত আপোনাৰ নিজৰ কাৰণে আৰু বাইতৰ সম্পত্তি ৰক্ষা কৰিবৰ কাৰণে, মাথোন দুটি ঘৰেই যথেষ্ট ।"



## ইৰাণ-বিজয়।

শ্যাম আৰু ইৰাক বিজয়ৰ পাচত, হজৰত ওমৰে তাৰ স্থায়ী শান্তি আৰু সুশাসনলৈ মন দিলে। জজিৰা অধিকাৰ, ১৬ হিঃ। আন ফালে ৰোম আৰু ইৰাণ একেগোটহৈ মোছলিম-শক্তি ধ্বংস কৰিবৰ নিমিত্তে ছল-চাঁচিবলৈ ধৰিলে। ওচৰৰ সৰু সৰু ৰজা-বিলাককো ফৈটাই দি তেওঁলোকৰ লগ পুৱালে। জজিৰাৰ মানুহবিলাকে, কায়চৰৰ সহায় পাই, ত্ৰিশ হাজাৰ সৈন্য লৈ, ১৬ হিজৰীত হামচ্ আকৌ অধিকাৰ কৰিবলৈ শ্যামলৈ যাত্ৰা কৰিলে। আবুওবায়দাই এই শত্ৰু সৈন্যক আগভেটা দিবলৈ, হাম্ছৰপৰা ওলাই আহিল। চাআদে খলিফাৰ আদেশ মতে, পাঁচ হাজাৰ সৈন্য দি আয়াজ-বেন্-গনমক জজিৰা আক্ৰমণ কৰিবলৈ পঠালে। জজিৰাৰ মানুহবিলাকে মোছলিম সৈন্য দেখিয়েই ইছলামৰ আশ্ৰয় ললে।

মোদায়েন-বিজয়ৰ পাচত মুগীৰা-বেন্-শো'বা বছ্ৰাৰ শাসনকৰ্ত্তা নিযুক্ত হৈছিল। গোজেস্তান অধিকাৰ, ১৯ হিঃ। বছ্ৰাৰ দিনক-দিনে জেউতি চৰা দেখি, ৰজা হৰমুজৰ চকুত টোপনি নহা হ'ল। মোছ্লিমবিলাকক এতিয়াই সমূলি বিনাশ নকৰিলে তেওঁলোকৰ ৰক্ষা নাই, এই ভাবি তেওঁ বিৰাট আয়োজন কৰি তেওঁলোকক আক্ৰমণ কৰিলেহি। অৱশেষত হৰ্মুজ ৰণত হাৰি, নিজৰ শাসনা-

ধীন প্ৰদেশৰ অৰ্দ্ধেক এৰি, মোছ্লিম্ বিলাকৰ লগত সন্ধি কৰিলে। কিন্তু তাৰ পাচ বছৰ কোনো কাৰণত ম্বগীৰা পদচ্যুত হয়। এই ছেগতে ভগনীয়া সম্ৰাট এজ্দেগেৰ্দ্দে উচটাই দিয়াত, হৰমুজ্জে সন্ধি ভাঙ্গি ডনাই ৰণ দিবলৈ সাজু হ'ল। ফাৰস্তিন, বেবিলোন আদি ভালেমান প্ৰদেশৰপৰা বানে-বানে সৈন্য আহি হৰমুজ্জৰ নিচানৰ তলত থুপ্ খালেহি। সৈন্যৰ দল্ দোপ-হেন্দোলদোপ্ লাগি পৰিল। ভয়ানক ৰণ আৰম্ভ হ'ল। হৰমুজ্জে নগৰৰ বাহিৰত 'আহ্ৱাজ' সোণা কৌঠৰ ভিতৰত সোমাই আশ্ৰয় লবলৈ ভৎ নেপালে। আবুমুছা-আশ্আৰীয়ে সেই কৌঠ অৱৰোধ কৰিলে। ছ মাহ অবৰুদ্ধ হৈ, শেহত হৰমুজ্জে নিজেই ধৰা দিলে আৰু আহ্ৱাজ (চুচা) * নগৰত ১৯ হিজৰীত ইছ্লাম-নিচান উৰিল। হৰমুজ্জক অতি সন্মানেৰে, যি মণি-মুক্তা-খচা মুকুট আৰু ৰাজ-অলঙ্কাৰ পিন্ধি আছিল, তাৰে সৈতে আমিৰুল-মো'মেনীনৰ ওচৰলৈ পঠোৱা হ'ল। ৰাজবাটত মানুহে এনে চকু-জলক-টবক্-লগা দৃশ্য দেখি আচৰিত হৈছিল। মদিনালৈ গৈ হৰমুজ্জে দেখিলে যে, ফটা তাপলিযৰা কাপোৰ পিন্ধি এজন বুঢ়া লাঠি এডাল মূৰত শিতান কৰি মাটিতে মছ্জিদৰ মজিয়াত শুই আছে। সোধাত, লগত যোৱা কটকী কেইজনে তেওঁক ফুচ্ফুচ্কৈ ক'লে—"এয়ে আমিৰুল-মো'মেনীন খলিফা হজৰত ওমৰ।" হৰমুজ্জে আচৰিত হৈ সুধিলে—

* এই নগৰতে হজৰত দানিয়েলৰ (Daniel) কবৰ আছে।

"এওঁলো গা-বৰ্থীয়া নোহোৱাকৈ শোয়েনে ?" তেওঁলোকে ক'লে —"হয়, অকলে অকলে সকলো ঠাইলৈ যায় আৰু য'তে মন যায়, ত'তে গা বৰ্থীয়া নোহোৱাকৈ শোয়ে।" হৰমুজে আকৌ সুধিলে—"এওঁ ৰাজ-বিষয়া নহয়, অকলে বিচাৰ আৰু শাসন সম্পৰ্কীয় সকলো কাম সমাধা কৰিব পাৰেনে ?" তেওঁলোকে উত্তৰ দিলে "হয়, এওঁ সুগমে অকলে অকলে সকলো কাজ কাম নিয়াৰিকৈ সমাধা কৰি থাকে।" তেতিয়া হৰমুজে তথা লাগি ক'লে—"পয়গাম্বৰত বাজে আনে এনে কৰা অসম্ভৱ।"

কাৰ্কিক আজমে সাৰ পাই চকু মেলি কটকী কেইজনক দেখি সুধিলে —"কি বাতৰি আনিছা ? এই বিলাস-পৰায়ণ আটক-ধুনীয়া মানুহজননো কোন ?" কটকীয়ে খোজিস্তান-পৰাজয় বাতৰি জনাই পাচত ক'লে —"এওঁ তাৰে ৰজা হৰমুজ।" খলিফাই ক'লে—"এওঁক বাজলৈ নি, এই 'দোজখী' (নাৰকী) সাজ-পাৰ খহাই, ইছ্লামৰ গৌৰবজনক সাজ-পাৰ পিন্ধোৱা।" কটকীয়ে তাকে কৰি খলিফাৰ আগলৈ আনিলত, খলিফাই তেওঁক ইছ্লামৰ নিগূঢ় তত্ত্ব শিক্ষা দি ইছ্লামত দীক্ষিত কৰিলে। হৰমুজে মদিনাতে থাকিবলৈ ধৰিলে।

কিন্তু-নাশ হ'লে জানো কিবা আছে যায় ?
চৰিত্ৰ দোষ হ'লে কিন্তু সকলো হেৰায়।

চৰিত্ৰই উন্নতিৰ হেতু, চৰিত্ৰই বল, আৰু চৰিত্ৰ-হীনতাই সকলো অৱনতিৰ মূল। এই চৰিত্ৰই তেতিয়াৰ মোছ্লিম-

বিলাকৰ উন্নতিৰ বাবে সহায় আছিল। মহামান্য

ছাআদৰ পদচ্যুতি।

খলিফা হজৰত ওমৰে যদিওবা দাৰুল-খিলাফত এৰি যাব নোৱাৰিছিল, তেওঁ তাতে বহি তেওঁৰ দূৰৈত থকা সকলো সেনাপতিৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিছিল—তাঁ কৰোঁতে জমুনিয়াৰ বাতৰি পাইছিল, এক গছৰপৰা কৈহ গছলৈকে চকু দিছিল। ত্বব্‌ৰীয়ে তেওঁৰ বুৰঞ্জীত লিখিছে—"হজৰত ফাৰুকৰ ওচৰত কোনো দেশৰ কোনো কথাই গোপনীয় হৈ নথাকিছিল। খাম, ইৰাক আদিৰ অকণমান কথাও তেওঁৰ কাণত পৰিছিল। জানোচা বিজিত প্রদেশবিলাকৰ ধন-ঐশ্বৰ্য্যৰ মোহত তেওঁলোক গৰ্ব্বিত আৰু বিলাস-পৰায়ণ হয়, আৰব জাতিৰ জাতিগত সৰলতা আৰু সাধুতা লুপ্ত হয়, তাৰ নিমিত্তে তেওঁ সদায় কাণ দিয় কৰি আছিল। সেনাপতি ছাআদৰ কল্পিত সুৰম্য ভৱনৰ মা-মচ্‌লা পুৰি পেলোৱাতো, কেইজনমানে পৰা তেওঁৰ বিৰুদ্ধে মানুহে অনেক কথা বটিবলৈ ধৰিলে। এই ঘটনিৰ কেত্‌বোৰৰ প্রমাণ পোৱাত, তদন্ত নোহোৱালৈকে সেনাপতিক কামৰপৰা বৰখাস্ত কৰি থোৱা হ'ল।

এজ্‌দেগেৰ্দ্দে, এই ছেগতে হাতৰপৰা ওলাই যোৱা ইৰাক ৰাজ্য উদ্ধাৰ কৰি আৰব আক্রমণৰ সঙ্কল্প লৈ, হৰমুজৰ পুতেক মৰদ্দানশ্বাহক দেড় লাখ সৈন্য দি নাহৱন্দলৈ *

নাহৱন্দ অধিকাৰ।

পঠালে আৰু তেওঁৰ লগত সেনাপতি ফিৰোজ গ'ল। এই বাতৰি তিনি ভলকত্তে দাৰুল-

* নূহ নবীয়ে এই নগৰৰ ভেঁটি সংস্থাপন কৰিছিল বুলি নাম 'নাহ্‌ৱন্দ' হ'ল।

খিলাফত পালেগৈ। মহামান্য খলিফাই মুখাল মানুহসকলক লৈ আলচ কৰিব ধৰিলে। সেই সৰ্ব্বশক্তিমান আল্লাৰ মহিমা বুজা টান! আজি যি বাটৰ মগনিয়াৰ, কাইলৈ তেওঁ অতুল ঐশ্বৰ্য্যৰ গৰাকী হ'ব পাৰে, আকৌ তুদিনৰ পাচতে তেওঁ এমুঠি ভাতৰ নিমিত্তে পৰৰ তুৱাৰ মুখে তুৱাৰ মুখে ফুৰিব লাগে। কুৰি বছৰৰ আগেয়ে যিসকলে আল্লাৰ প্ৰেমত আত্মহাৰা হৈ বিধৰ্ম্মী আৰবৰিলাকৰ উপদ্ৰৱ অত্যাচাৰৰ পৰা পালিত তৎ নেপাই, ধৰ্ম্মৰক্ষা কৰিবৰ নিমিত্তে নিজৰ জননী জন্মভূমিৰ মায়া এৰি আবিছিনিয়া, মদিনা আদি ঠাইত অনাই বনাই কৰিনিয়াই ফুৰিবলৈ বাধ্য হৈছিল, আজি তেওঁলোক ভুবন-বিখ্যাত মহা শক্তিশালী ইৰাণ-সম্ৰাটৰ ভাগ্য চক্ৰ-গতি নিৰূপণ কৰিবলৈ বহিছে!! আলচ মতে, নো'মান-বেন্-মাক্ৰিণৰ হাতত মোছ্লিম সেনাৰ পৰিচালন-ভাৰ দি, তেওঁক দহ হাজাৰ সৈন্যৰে সৈতে পঠোৱা হ'ল। ফিৰোজে আৰবৰিলাকৰ বীৰত্বৰ কথা আগৰেপৰা ভালকৈ শুনি আহিছিল। তেওঁ এখন ঠাই বাছি লৈ, তাৰ কেউকালে এটা বৰ দ খাৱৈ খানি, তাক পানীৰে চপ্‌চপীয়া কৰি, তাতে কোঁঠ মাৰি থাকিল।

নো'মান আহি বাৰেপতি শত্ৰুপক্ষক ৰণলৈ আহ্বান কৰাতো, টেটোন ফিৰোজে কোনোপধ্যে নিজৰ ঠাই নেৰিলে। এইদৰে তুমাহ নো'মানে শত্ৰুৰ সন্মুখত কোঁঠ মাৰি থাকিল। অৱশেষত তেওঁ ফাকৃতি কৰি হঠাৎ এদিন নিজৰ শিবিৰ ত্যাগি পলাবলৈ ধৰিলে। ফিৰোজে তাকে দেখি বৰ সতৰ্ক-তাৰে তেওঁৰ পাচে পাচে খেদা দিলে। নো'মানে তুদিনৰ

বাট ইঁগে যেতিয়া দেখিলে যে, শত্ৰুবিলাক সিহঁতৰ ঠাইৰ পৰা বহুত আঁতৰৈ পৰিছে, তেওঁ আল্লাক এইদৰে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে—“হে মোৰ ৰব্বিল আলেমীন! আমি তোমাৰেই সঁচা ধৰ্ম্ম বিস্তাৰৰ নিমিত্তে ডিঙ্গি আগকৰি আহিছোঁ। ইছ্‌লামৰ গৌৰব বঢ়াবলৈ, ৰণত মোৰ জীৱন গ্ৰহণ কৰি, মুছলমানসকলক জয়লাভ কৰিবলৈ দিয়াঁ।”

আনেকাদিনা শুকুৰ বাৰে ফেজ্‌ৰ্জালি দিয়াৰ লগে লগে “আল্লাহো আক্‌বৰ” ধ্বনিৰে পৰ্ব্বত পাহাড় কপাঁই মোছ্‌লিম্‌ সৈন্যই শত্ৰুক জুয়ে ধৰা দি ধৰিলেহি। এঘণ্টা দোমোৰ ৰণ লগাৰ পাচত, ইৰাণী সৈন্য জয়পাতে ক্ষয় হ'ল। নৌ'মানে তেতিয়া চিঞৰি উঠিল—“হে পাক্ ৰব্বিল-আলেমীন! মোৰ এটা প্ৰাৰ্থনা গ্ৰহণ কৰিছাঁ, এতিয়া কৃপা কৰি মোৰ ইটো প্ৰাৰ্থনাও গ্ৰহণ কৰি, মোক ‘শ্বহীদ'ৰ পদ দিয়াঁ।” এই বুলি মুকলি তৰোৱাল হাতত লৈ সিংহ বিক্ৰমেৰে শত্ৰুৰ পাচত খেদা দিলে। হঠাৎ পলোৱা সৈন্যৰ মাজৰ পৰা এপাট কাঁড় আহি তেওঁৰ বুকুৰেদি সৰকি গ'ল—তেওঁ থিতাতে ‘শ্বহীদ' হ'ল! তেওঁৰ উপদেশ মতে তেওঁৰ ভায়েক হোজায়ফা-বেন্-য়্যামনে সৈন্য পৰিচালনৰ-ভাৰ গ্ৰহণ কৰিলে। এই ৰণত ত্ৰিশ্‌ হাজাৰ ইৰাণী সৈন্য মৰা পৰে আৰু বহুত বন্দী হয়।

এই ইৰাণী বন্দীৰ মাজৰ এজনে হোজায়ফাক ক'লে—“মোক মুক্ত কৰি দিলে, মই এটা গুপ্ত বস্তু আপোনাক

দিম।" সেনাপতিয়ে অভয় দান কৰাত, তেওঁ এটি মোহৰ-মৰা ( ...... ) পেড়া তেওঁৰ হাতত দিলে। পেড়াটিৰ ভিতৰখন পদ্মৰাগ মণি, মুক্তা আৰু অনেক বহুমূলীয়া পাথৰেৰে পুৰ্ণ হৈ আছিল। এজ্‌দেগেৰ্দ্দে যেতিয়া ৰায় নগৰলৈ পলাইছিল, তেতিয়া এই পেড়াটি ভালকৈ ৰাখি তেওঁক দিবলৈ বুলি, এই বিষয়াজনৰ হাতত দিছিল। পেড়াটি ৰণত পোৱা বস্তু নহয় বাবে, হোজায়ফাই খলিফাৰ ওচৰলৈ পঠাই দিলে। খলিফাই এই মণি মুক্তাবোৰ দেখি চকু ফিৰাই নিলে। আৰু তেতিয়াই পেড়াটি ওভোতাই পঠালে। হোজায়ফাই সেনাবিলাকৰ মাজত সেই বস্তুবোৰ বিলাই দিলে।

এই পৰাজয়ৰ পাচত ভগনীয়া ইৰাণী সৈন্যবিলাকে হামদানৰ কোঠৰ ভিতৰত গইনা ল'লেগৈ। হাম্‌দান অধিকাৰ। হাম্‌দান নগৰবপৰা খেদাখাই অহা হাবেচ তেতিয়া ইয়াৰ শাসন কৰ্ত্তা। হাবেচ হোজায়ফাৰ লগত সন্ধি সূত্ৰেৰে বান্ধ খাই আছিল; কিন্তু হাম্‌দানলৈ আহি তুনাই ৰণ দিবলৈ সাজু হ'ল, হাবেচৰ এই বিশ্বাসঘাতকতাৰ বাতৰি মদিনা পালেগৈ। খলিফাই ততালিকে নোহায়েম-বেন্‌-মাক্‌ৰিণক এদল সৈন্য দি পঠাই দিলে। দুই দলৰে তয়া-ময়া-ৰণ লগাত, মিডিয়া ৰাজ্যৰ ৰাজধানী দুৰ্গম হাম্‌দান নগৰ মুছলমানবিলাকৰ পদানত হয়।

নোহায়েম তাৰ পাচত এজ্‌দেগেৰ্দ্দৰ আশ্ৰয়স্থান ৰায় নগৰলৈ গ'ল। এজ্‌দেগেৰ্দ্দে ছিয়াওচৰ হাতত ৰায় অধিকাৰ, ২১হিঃ। নগৰখন গতাই দি ফাইদাং মাৰিলে। দুহাজাৰ মুছলমান সৈন্যই সহজে ৰায় নগৰ

অধিকাৰ কৰি ল'লে। ছিয়াওচ বংত পৰিল। তেওঁক নগৰ-শাসনৰ ভাৰ পালে।

ইৰাকৰ সীমা নিৰ্দ্দেশ কৰি, ইৰাণৰ লগত সন্ধি কৰিবৰ নিমিত্তে হজৰত ওমৰে অহো-পুৰুষাৰ্থ কৰিছিল। কিন্তু বোম আৰু ইৰাণৰ উপদ্ৰৱৰ পালী দোপত-দোপে বেচীকৈহে চৰিবলৈ ধৰিলে। গতিকে, নাহৱন্দ আৰু হামদান বিজয়ৰ পাচত, ছাহাবাসকলৰ লগত পৰামৰ্শ কৰি গোটেই ইৰাণ ৰাজ্য অধিকাৰ কৰিবলৈ থিৰাং কৰিলে।

২১ হিজৰীত ইৰাণী সেনাপতি স্কন্দ যুদ্ধত হাৰিলত

ফেহান অধিকাৰ, ২১ হিঃ। স্ফেহানে ( Ispahan ) মুছলমানৰ বশ্যতা স্বীকাৰ কৰে।

ইয়াৰ মাজতে আজৰ-বায়জানৰ ( Azerbaijan ) গাদ্দুৰ-বিলাকে ইৰাণী সেনাপতি ইস্পিন্দিয়াৰৰ

আজৰ-বায়জান আদি অধিকাৰ, ২২ হিঃ। অধিনায়কত্বৰ তলত হামদান আক্ৰমণ কৰিবলৈ যাত্ৰা কৰাত, মুছলমান সৈনাই আগবাঢ়ি আহি 'ৰুদ' নামেৰে ঠাই বনত শত্ৰু-সৈন্যক আগচিলেহি। ইস্পিন্দিয়াৰে ৰণত হাৰি মুছলমানৰ বশ্যতা স্বীকাৰ কৰিলে। পাচত ২২ হিজৰীত ক্ৰমে কোমেচ, দামেথান, জোৰ্ঝান, জিলান, আৰ্মেনিয়া, ভিবাবিস্তান, জৰ্জ্জান আদি ঠাইত মোচ্লিম গৌৰৱ-নিচান উৰিবলৈ ধৰিলে। আৰ্মেনিয়াৰ ৰজাই 'জিজিয়া'ৰ সলনি ৰণত সহায় কৰিম বুলি সন্ধি কৰিলে।

২৩ হিজৰাত আৰ্‌জান, নওহাবন্দজান, খিৰাজ, চাবুৰ, আস্তেৰাবাদ, আৰ্দ্দবিৰ, চিস্তান, মকৰাণ, খোৰাচান আদি মোচ্‌লিমৰ পদানত হয়। ইয়াৰ লগে লগে ইৰাণৰ প্ৰসিদ্ধ অগ্নিকুণ্ড 'জৰদস্ত-আতস্-ই-বেহ্‌ৰাম' চিৰকাললৈ নুমাল।

আৰ্‌জান আদি অধিকাৰ, ২৩ হিঃ।

ক্ৰমে আৰব সৈন্য ককাচচ্‌ (Caucasus) * পৰ্ব্বতৰ কালে গ'ল। এই পৰ্ব্বত শ্ৰেণীৰ মাজতে বিভীষিকা উৎপাদনকাৰী অসভ্য 'য়াজুজ মাজুজ' (Gog and Magog) জাতিৰ † দৌৰাত্মৰপৰা ৰক্ষাৰ্থে, বহুত পুৰণি কোঁঠ, দেৱাল আৰু লোৰ দুৱাৰ (Iron Gate or Caspian Gate) স্থাপিত হৈছিল। মোচ্‌লিম সৈন্যই এই পৰ্ব্বত-বাট আৰু বাবোল অব্‌ৱাব বা দাৰ্‌বন্দ (Derbent) নগৰ অধিকাৰ কৰি ল'লে। আব্দুৰ্‌ৰহ্‌মান-বেন্-ৰাবেয়াই এই পৰ্ব্বত-বাট চেৰাই এটা অদ্ভুত জাতিক লগ পায়। সিহঁতৰ লগত যি ৰণ লাগে, সেই ৰণতে তেওঁ 'শ্বহীদ' হয়।

* বঙ্গতে ইয়াকে কোহকাফ বোলে।

† এই অসভ্য জাতি আৰ্মেনিয়া আৰু আজৰবায়জান পৰ্ব্বতৰ সিকালে আছিল। ইহঁতৰ অত্যাচাৰত জলাকলাহৈ প্ৰজাসকলে সেকেন্দৰ জোল্‌কৰনায়নৰ ওচৰত প্ৰতিকাৰ প্ৰাৰ্থনা কৰাত, তেওঁ ইৰাণৰ সীমা ৰক্ষাৰ্থে লো আৰু পিতল গলাই পৰ্ব্বতৰ গাত দেৱাল কৰি দি, ইহঁতৰ যি বাট লোৰ দুৱাৰোদ (Caspian Gate) আছিল, তাক বন্ধ কৰি দিলে। এই দেৱালকে (Caspian Wall or Alexander's Wall) বোলে। ই ৫০ মাইল দীঘল; ২৯ ফুট ওখ আৰু ১০ ফুট বহল। প্ৰবাদ আছে যে, এই দেৱাল পাৰহৈ 'য়্যাজুজ মাজুজ' বাহিৰ হলেই 'কিয়ামত'ৰ (মহা প্ৰলয়ৰ) দিন ওচৰ চপাৰ পূৰ্ব্ব লক্ষণ।

এই 'য়্যাজুজ মাজুজ'ৰ বিষয় কোৰ্‌আন মজীদত উল্লেখ আছে— চুৰা কহফ, ৯৩—৯৪ আয়ত; চুৰা আম্বিয়া, ৯৬ আয়ত।

--- * ---

## মিচিৰ-বিজয়

আমৰে বহুত দিন চিৰিয়াত থাকি, এতিয়া খলিফাৰ অনুমতি লৈ মিচিৰৰ ( Egypt ) * ফালে কাৰমিয়া, কায়ৰো আগুৱালে। যাওঁতে ফাৰমিয়াত ( পেলুচিয়ামত ) অধিকাৰ। গ্ৰীক সৈন্যবিলাকে আগভেটা দিলে। এমহীয়াকৈ ৰণ কৰাৰ পাচত, আমৰে ফাৰমিয়া আৰু পেলুচিয়ম অধিকাৰ কৰিলে। তাৰ পাচত মিচিৰৰ পূৰ্বৰ ৰাজধানী মেচৰা বা মেম্ফিজৰ ( Memphis ) † ফালে গ'ল। মুছলমানৰ ৰণ-কৌশল আৰু শক্তিৰ বিষয় গ্ৰীকবিলাকে আগৰেপৰা শুনিছিল। সেইবাবে, সিহঁতে মেচৰা ৰক্ষা কৰিবৰ নিমিত্তে, কন্তাভৰ কেউফালে খাৱৈ ( Trench ) খানি, সেই খাৱৈত বহুত লোৰ গজাল পেলাই থৈছিল। আমৰে চাৰি হাজাৰ

* হজৰত ৰছুল-কৰিমৰ (দঃ) তুকাতৰ কেই বছৰৰ পাচত মুছলমানবিলাকে গ্ৰীক সম্ৰাট আৰু ইৰাণৰ খুচৰ পৰবেজৰ পৰাজয় সাধন কৰি, গোটেই আৰব, চিৰিয়া আৰু চেলডিয়া ৰাজ্যত ইছলামৰ বিজয় নিচান উৰুৱালে। ৬৩৯ খৃঃ অব্দত তেওঁলোকে এচিয়া অতিক্ৰম কৰি আফ্ৰিকালৈ গৈ আল্লাহ-দ্ৰোহী নৰাধম ফেৰাউনৰ ( Pharaoh ) লীলা ভূমী অতি পুৰণিকলীয়া সভ্যতাৰ কেন্দ্ৰ মিচিৰ দেশ আক্ৰমণ কৰিলে।

(†) এই মেম্ফিজৰ নাম পাচত কাহিৰা (Grand Cairo) হ'ল। পৃথিবীৰ সাতোটা অদ্ভুত বস্তুৰ মাজৰ এটা অদ্ভুত বস্তু এই কাহিৰাতে আছে। তাকে 'পিৰামিড' ( Pyramid ) বোলে। পিৰামিড তিনিটা। ৩,৬৩৩ খৃঃ আগেয়ে এশ বছৰৰ ভিতৰত চিওপ্‌চ, চেফ্ৰেণ, আৰু মাইকাৰিণচৰ দ্বাৰা ক্ৰমান্বয়ে এই তিনটা পিৰামিড নিৰ্মিত হয়। ইয়াতে আল্লাহদ্ৰোহী নৰাধম ফেৰাউণ ( Pharaoh ) ৰজা আছিল

সেনাই কন্‌ষ্টান্ত নগৰ সাত মাহ অৱৰোধ কৰিলে। মোকা-ওকাছে, সম্রাট হিৰাকলৰ প্ৰতিনিধিস্বৰূপে, মিচিৰ ৰাজ্য শাসন কৰিছিল। কিন্তু বাহিৰে গ্ৰীকবিলাকৰ লগত লট্-পট্ দেখুৱাই ভিতৰে কপট ব্যৱহাৰ কৰিছিল। সেই দেখি, তেওঁ মোছ্লিম সৈন্য অহা মাত্ৰকে তেওঁলোকৰ বশ্যতা স্বীকাৰ কৰি সন্ধি কৰিলে। আল্লাৰ কি অপাৰ মহিমা! এটি মোছ্লিম জীৱনৰো অনিষ্ট নহ'ল এনেই কায়ৰো মোছ্লিমৰ পদানত হ'ল। মোকাওকাছ গ্ৰীক ধৰ্ম্মাবলম্বী নাছিল। গ্ৰীকবিলাকে কৰ্মালেখোৰায়েক নগৰত আশ্ৰয় ল'লেগৈ।

কায়ৰো ইছ্লামৰ নিচানৰ তলত দুৰ দোৱোঁৱাত, আমৰ কৰ্মালেখোৰায়েকলৈ গ'ল। এই নগৰ কায়ৰো আৰু আলেকজাণ্ড্ৰিয়াৰ মাজত। তিন দিন ৰণ কৰি ইয়াক মুছলমানে অধিকাৰ কৰিলে। গ্ৰীকবিলাকে পলাই আলেক-জাণ্ড্ৰিয়াত আশ্ৰয় ল'লেগৈ। আমৰে তাতো ভীম বিক্ৰমেৰে সিহঁতক আক্ৰমণ কৰিলেগৈ। ইয়াত দাঁতিকাষৰীয়া নগৰবিলাকৰ পৰা অসংখ্য গ্ৰীক গোটখাই দোঘোৰ ৰণ আৰম্ভ কৰিলে। সিহঁতৰ আক্ৰমণৰ কোৰ সহিব নোৱাৰি, মোছ্লিম সৈন্যই পাচ হুঁহকি-বলৈ ধৰিলে। এই ৰণত বহুত মুছলমান সৈন্য মৰে আৰু ঘুনীয়া হয় আৰু সেনাপতি আমৰ, মোছ্লিমা-বেন্-মোকাল্লেদ আৰু আমৰৰ বিশ্বাসী চাকৰ ৱাৰ্দ্দন

কৰমালেখোৰায়েক অধিকাৰ আৰু আলেকজাণ্ড্ৰিয়া আক্ৰমণ।

শত্ৰু হাতত মোছ্লিম সেনাপতি বন্দী হোৱা আৰু মুক্তি লাভ।

শত্রু হাতত বন্দী হয়। আলেকজান্দ্রিয়াৰ শাসন-কৰ্ত্তাই আমৰক সুধিলে—"তোমালোকৰ এই জগদ্ব্যাপী মহা অভিযানৰ কাৰণ কি?" আমৰে ক'লে— "আমি মাথোন সত্যধৰ্ম্ম ইছ্লামৰ জেউতিৰে সদৌ জগতত পোহৰ পেলাব খুজিছোঁ। যিসকলে আল্লাৰ সত্যধৰ্ম্ম গ্ৰহণ নকৰে, তেওঁলোকে কৰ দি ইছ্লামৰ অধীনতা স্বীকাৰ কৰিলেই, তেওঁলোকৰ কোনো ভয় নেথাকে"। শাসনকৰ্ত্তাই এনে গৰ্ব্বপ সহিব নোৱাৰি, আমৰৰ প্ৰাণ বধ কৰিবলৈ আদেশ দিলে। চতুৰ বাৰ্দ্দানে গ্ৰীক ভাষা জানিছিল। এই আদেশৰ মৰ্ম্ম বুজি, তেওঁৰে প্ৰভুৰ কাণৰ ওচৰত এটা ঘুচা মাৰি, কঠুৰা মাতেৰে ক'লে —"তই কটা ইমান পালিছিনে, ইন্দ্ৰ সম্ভ্ৰান্ত লোকৰ কুকলি! এটা সামান্য চাকৰহে, ডাঙৰ মানুহৰ আগত কথা কবলৈ এতিয়াও এৰা নাই; তোকহে ডাঙৰক উত্তৰ দিবলৈ নিদিয় কেলেই?"

ৱাৰ্দ্দানৰ কথাৰ অৰ্থ বুজি, সোচ্লিনাই কোমল মাতেৰে কবলৈ ধৰিলে—"খলিফাবপৰা সম্প্ৰতি আলেকজান্দ্ৰিয়াৰ অবৰোধ এৰিবলৈ আদেশ আহিছে। এতেকে, আমালোকৰ সেনাপতি আমৰে নিচিৰ এৰি যাব। আমাক মুক্ত কৰি দিলে, আপোনাৰ ওচৰত আমি কেনে সন্তোষজনক ব্যৱহাৰ পাইছোঁ, তেওঁক জনামগৈ।" শাসনকৰ্ত্তাই ভাবিলে যে, গান্ধী মাৰি হাত গোন্ধোৱা অযুগুত। এনে বিবেচনা কৰি সিহঁতক এৰি দিলে। পাচত তেওঁ নিজৰ ভুলটো বুজিব পাৰি অনুতাপ কৰিছিল।

হজৰত ফাৰুকে বহুত দিন কোনো বা-বাতৰি নেপাই আমৰলৈ লিখি পঠালে— "মোৰ বোধত তোমালোকে তাত থাকি খৃষ্টানবিলাকৰ দৰে বিলাসী হৈ পৰিছাঁ।"

আলেকজান্দ্ৰিয়া অধিকাৰ

এই চিঠি পায়েই মুছলমানবিলাকে দুগুণ উৎসাহেৰে গ্ৰীক সৈনাবিলাকৰ ওপৰত পৰিল। আমৰে দাঁতেৰে লেগাম ধৰি, দুই হাতেৰে তৰোৱাল চলাই ৰণ ক্ষেত্ৰত অদ্ভুতপূৰ্ব্ব লীলা দেখুৱাব ধৰিলে। শত্ৰুদলে তেওঁৰ ভয়াল মূৰ্ত্তি দেখি ভয়ত পেপুৱা খাই, মুছলমান সৈনাৰ আক্ৰমণৰ কোনো সহা কৰিব নোৱাৰি, পিয়াপি দিবলৈ ধৰিলে। এই দৰে এবছৰ চাৰি মাহ অবৰোধৰ পাচত, সুবিখ্যাত আলেকজাণ্ড্ৰিয়া মুছলমানৰ হাতলৈ আহে। এই ৰণত ত্ৰিশ হাজাৰ গ্ৰীক সৈনা মৰে।

গ্ৰীক আৰু মোছলিম সৈনাৰ মাজত দুনাই ৰণ।

নগৰ অধিকাৰ কৰি আমৰে তাত অলপ সৈনা থৈ, আন ফালে গ'ল। এই সোণামুৱা ছেগতে ভগনীয়া গ্ৰীকবিলাকে, দুনাই গোটখাই লগে ভাগে আলেকজাণ্ড্ৰিয়া আক্ৰমণ কৰি, অধিকাৰ কৰি ললে।

আমৰে এই বাতৰি পাই তৎক্ষণাত উভতি আহিল। ভীষণ ৰণ লাগিল। অৱশেষত শত্ৰুৰ সমুদায় দৰ্প চূৰ্ণ হৈ গ'ল। ভালেমান গ্ৰীক মৰা পৰিল আৰু ঘুনীয়া হ'ল, বাকীবোৰ প্ৰাণ লৈ সাগৰেদি পলাবলৈ ভৎনেপালে। ৬৪০ খৃঃ অব্দত আমৰে আলেকজাণ্ড্ৰিয়া আকৌ অধিকাৰ কৰিলে।

এই বিজয়-বাতৰি মহামান্য খলিফাক দিবলৈ আমৰে মাৰিয়া-বেন্-খৰিজক পঠালে। দাৰুল্‌খিলাফত পাই, মাৰিয়াই খলিফাৰ ওচৰলৈ নৈগে মছ্‌জিদত সোমাই বহি আছিল। খলিফাই ইয়াৰ গম পাই, মছ্‌জিদলৈ আহি তেওঁক সুধিলে —"তুমি আহি পোন্ৰা মাত্ৰকে মোৰ ওচৰলৈ নৈগে সংবাদ নিদিয়াৰ কাৰণ কি ?" মাৰিয়াই ক'লে -"হজুৰৰ আৰামত ব্যাঘাত হয় বুলি।" ফাৰুক আজমে উত্তৰ দিলে —"মোৰ সম্বন্ধে তোমাৰ এনে ধাৰণা নে ? মই যদি দিনত টোপনিয়াই কাল কটাওঁ, খিলাফতৰ দায়িত্ব-ভাৰ কোনে লব ?"

আলেকজান্দ্ৰিয়াত ভালেমান খৃষ্টান বন্দী হৈছিল। তেওঁ ফাৰুকে লিখি পঠালে -"বন্দীবিলাকক মুক্ত কৰি দিয়া। তেওঁলোকক কৈ দিয়া -নিজেই ইছ্‌লাম গ্ৰহণ কৰিলে, তেওঁলোকে মুছলমান প্ৰজাৰ অধিকাৰ পাব। যিবিলাকে তেওঁলোকৰ পূৰ্ব্ব ধৰ্ম্ম নেৰে, তেওঁলোকে অমুছলমান প্ৰজাৰ অধিকাৰ পাব।"

আলেকজান্দ্ৰিয়াত ইছ্‌লাম গ্ৰহণ আৰু শান্তি স্থাপন।

এনে উদাৰ ঘোষণা-বাণী শুনি আৰু ইছলামৰ সৌন্দৰ্য্যত আকৃষ্ট হৈ, প্ৰায় সকলোৱেই ইছ্‌লামত দীক্ষিত হ'ল।

এই নগৰৰ ঐশ্বৰ্য্য বৰ্ণনা কৰা অসম্ভৱ। ইয়াত চাৰি হাজাৰ ৰাজ-প্ৰসাদ, চাৰি হাজাৰ গোছলখানা, আৰু ফল-মূল আদি বেচা বাৰ হাজাৰ পোহাৰ আছিল। মুছলমান সৈন্যই নগৰ লুট-পাট কৰিবলৈ বিতং হৈছিল ; কিন্তু সেনা-পতিয়ে খলিফাৰ উপদেশ সুৱঁৰি তেনে কৰিবলৈ হাক দিলে।

আমৰে মহাত্মানা খলিফাৰ আদেশ আৰু উপদেশ অনুসৰি দেশৰ সকলো প্ৰকাৰ উন্নতি সাধন কৰিবলৈ ধৰিলে। ঠায়ে ঠায়ে মচ্জিদ আৰু ঠায়ে ঠায়ে আলহী-শালা আদি সজোৱালে। এই সেনাপতিসকলৰ একোতে বাপ নাছিল--- তেওঁলোক সামান্য আহাৰতে তৃপ্ত আছিল। বিলাসিতাৰ গোন্ধ ভাপ একেবাৰেও নাছিল। তেওঁলোকৰ আহাৰ আছিল পানী, গাখীৰ, শুকান ৰুটী, নাইবা ফলাদি। ইন্দ্ৰিয় সুখ কাক বোলে, তেওঁলোকে সমূলি নেজানিছিল।

গোটেই সাম্ৰাজ্য মুছলমানবিলাকৰ হাতলৈ আহিব ধৰাত, সম্ৰাট হিৰাকলৰ ( Heraclius ) মনৰ ভাপ বেচি হ'ল। মিচিৰৰ ৰাজধানীৰ পতনত, তেওঁ অস্থৈৰ্য্যলিয়া হৈ, সময়ে সময়ে মূচ্‌কচ্‌ খাই পৰিছিল। আলেকজান্দ্ৰিয়াৰ পতনৰ পাচত, এমাহ কুৰি দিন মাথোন তেওঁ জীয়াই আছিল। ৬৪১ খৃঃ অব্দৰ ফ্ৰেব্ৰুৱাৰী মাহত তেওঁৰ মৃত্যু ঘটে।

সম্ৰাট হিৰাকলৰ মৃত্যু।

এই সময়ত মদিনা আৰু তাৰ দাতিকাষৰীয়া ঠাইবোৰত ভয়ানক ব্ৰহ্ম আকাল হয়। মানুহে হাঁ-হাঁ-কাকা কৰিবলৈ ধৰিলে। প্ৰজাৰ কষ্ট দেখি প্ৰজা-বৎসল খলিফাই শোৱন-খাৱন একেবাৰে এৰি দিয়ে। যিমান দিন আকাল আছিল, তেওঁ ঘিউ আদি কোনো তৃপ্তিকৰ বস্তু মুখত নিদিছিল। দুখীয়া প্ৰজাবিলাকৰ অন্নকষ্ট নিবাৰণৰ নিমিত্তে তেওঁ য'ত য'ত আকাল হৈছিল,

আৰবত ব্ৰহ্ম আকাল।

সেইবোৰ ঠাইৰ নক্সা কৰি, তাৰ মানুহবিলাকৰ এখন তালিকা তৈয়াৰ কৰি 'বয়তুলমাল'ত ( Public Treasury ) যিমান ধন-সোণ আছিল, তাক বিলাই দিছিল আৰু প্ৰাদেশিক শাসন-কৰ্ত্তাবিলাকৰ পৰাও ধন-বিত্ত শস্যাদি অনাই এই দৰে বিলাই দিছিল। আমৰে মিচিৰৰ পৰা উটেৰে বহুত শস্য মদিনালৈ পঠাই দিছিল। শস্যাদি পঠাবলৈ সুবিধাৰ নিমিত্তে, খলিফাৰ আদেশ মতে, আমৰে নীল (Nile) নৈৰ পৰা লোহিত সাগৰলৈকে আশি মাইল দীঘল এটি খাল খনোৱাইছিল।

আচ্‌লমে বৰ্ণনা কৰিছে যে এই সময়ত হজৰত ফাৰুকে সদায় এইবুলি 'মুনাজাত' ( প্ৰাৰ্থনা ) কৰিছিল —"হে ৰব্বিল আলেমীন! তুমি মোৰ "গুনাহৰ (পাপৰ) নিমিত্তে উম্মতৰ সৰ্ব্বনাশ নকৰিবা।"



## খলিফাৰ প্ৰাত্যহিক ।

যি সময়ত ইছ্‌লামে ইৰাণ আৰু মিচিৰত পূৰ্ণ জ্যোতি বিস্তাৰ কৰিছিল, সেই সময়ত কোনে জানিছিল যে ক'লা মেঘে হঠাৎ আকাশ ঢাকি পেলাব? জগতত চিৰকালেই দিনৰ পাচত ৰাতি, পোহৰৰ পাচত আন্ধাৰ, আন্ধাৰৰ পাচত আকৌ পোহৰ, আৰু সুখৰ পাচত দুখ, দুখৰ পাচত আকৌ

সুখ আছে। নদিনাত ফিৰোজ ওৰফে আবুলুলু নামেৰে এটা 'মজুচী' (জুইপূজক) আছিল। তাৰ মাটিৰ গিৰিহঁতে তাৰ ওপৰত বছৰেকীয়া যি কৰ নিৰ্দ্ধাৰণ কৰিছিল, সেইটো অভিপ্ৰায় বেচি হৈছে বুলি ভাবি, সি মহামান্য খলিফাৰ ওচৰত আপত্তি কৰে। খলিফাই তদন্ত কৰি দেখিলে যে, নিৰ্দ্ধাৰিত কৰ ন্যায় মতে হৈছে। ফিৰোজে তাতে কুৰাবি ৰাখি তিনি দিনৰ পাছত, যেতিয়া খলিফাই মছ্‌জিদত ফজৰৰ নামাজ পঢ়িবলৈ থিয় হৈছিল, তেতিয়া এই শয়তানে মছ্‌জিদত লোনাই চোকা চুৰি এখনেৰে তেওঁৰ তলপেটত ওপৰা-উপৰিকৈ তিনটা খোচ্‌ মাৰিলে। তৎক্ষণাত তেওঁ হজৰত আব্দুৰ্ৰহমান-বেন্-আউফক হাত ধৰি তেওঁৰ সলনি 'ইমামত্তি' (আচাৰ্য্যৰ কাম) কৰিবলৈ ক'লে। তেওঁ সেই অৱস্থাতে অতি কষ্টেৰে নামাজ পঢ়িলে আৰু তাতে মূছ্‌কঁচ্‌ খাই পৰি গ'ল। তেওঁক ঘৰলৈ অনা হ'ল। তেওঁ যেতিয়া জানিবলৈ পালে যে, তেওঁৰ ঘাতক ফিৰোজ — 'মজুচী', মুচলমান নহয়, তেতিয়া তেওঁ ক'লে — "আল্‌হাম্‌দুলিল্লাহ, মোক কোনো মুছলমানে মৰা নাই।"

যাৰ আঙ্গুলি চিয়ঁৰত হাজাৰ হাজাৰ বীৰে অকাতৰে নিজৰ বুকুৰ তেজেৰে শাম, ইৰাক, মিচিৰ, ইৰাণৰ সমথল ভূমি ধুই কেলাইছিল; যাৰ ইঙ্গিতত হাজাৰ হাজাৰ আৰৱ গাজীয়ে দজ্‌লা (Tigris), ফোৰাৎ (Euphrates) আৰু নীল (Nile) নৈৰ পানী ৰাঙ্গলী কৰি পেলাইছিল; যাৰ

নাম শুনিলে বনৰ বাঘো কঁপিছিল, হায় হায়, সেই বীৰ গাজীসকলৰ নেতা ফাৰুক-আজমৰ এনে বিলাই।

বাহিৰে ভিতৰে তলে ওপৰেদি
দেখিছা দিগন্ত সকলো ফাঁকি
ভোজবাজী খেল পুতলাৰ নাচ
—মাজত সূৰয-মায়াৰ চাকি।
তাৰ চৌপাশে নাচছে পুতলা
গোটেই জগত মায়াৰ খেলা
চাৰে চাৰে জীৱ আহিছে গৈছে
চলিছে ইদৰে সংসাৰ লীলা।

উপস্থিত থকা মানুহবিলাকে পাপিষ্ঠ ফিৰোজক ধৰিব খোজোঁতে, নৰাধমে তেৰজন মানুহক ঘাইল কৰি আত্মহত্যা কৰিলে।

কেউফালৰ পৰা "হায় হায়" ৰৱ উঠিল দুখী-সুখী সকলোৰে ল'ৰি আহি এনে অৱস্থা দেখি, হুৰাওবাৰে কান্দি এই বুলি বিনাবলৈ ধৰিলে — "হে ইছ্লাম-গৌৰৱ-ৰবি! আপোনাৰ অবিৰাম যত্ন আৰু চেষ্টাত ইছ্লাম জেউতিয়ে পোহৰ পেলাইছে, আপোনাৰ দয়াত কঙ্গাল নিঠৰুৱাই দুবেলা পেট-ভৰি খাবলৈ পাইছে, আপোনাৰ দণ্ড-ভয়ত চোৰ ডকাইতৰ উপদ্ৰৱ লোপ পাই জগতত শান্তি স্থাপিত হৈছে, আপোনাৰ নিৰপেক্ষ বিচাৰত আমি পৃথিবীত অমিয়া সুখ ভোগ কৰিছোঁ। হায়, হায় আজি আপুনি হঠাৎ আমাক এৰি গ'ল, আমি কাৰ মুখলৈ চাম?"

'বুখিৰ লিখন কোনে কৰে খণ্ডন! হজৰত ওমৰ ঘাইল হোৱাৰ তিন দিনৰ পাচত, ৬৩ বছৰ বয়সত, ২৬ জিল্‌হজ্জ, ২৩ হিজৰীত (৬৪৪ খৃঃ) দহ বছৰ ছমাহ আঠ দিন খলিফা পদত থাকি এই অনিত্য সংসাৰ এৰি অনন্ত সুখ-ধাম 'বিহিস্ত' (স্বৰ্গপুৰ)লৈ প্ৰস্থান কৰিলে। তাক সেই দিনাই হজৰত আবুবকৰ ছিদ্দিকৰ কবৰৰ কাষতে, তেওঁৰ 'দফন' (সমাধি) হ'ল। হজৰত ছোহেবে 'জানাজা' প'ঢ়িলে।

কোৰ্‌আন শ্বৰিফ আল্লাহতা'লাৰ বাণী। সেই কালত মুছলমানসকলে এই আল্লাৰ 'কালাম' (বাণী) আখৰে আখৰে বিশ্বাস ক'ৰিছিল। তেতুকে ফাৰুক-আজমে আল্লাহতা'লাৰ ওচৰত প্ৰাৰ্থনা ক'ৰিছিল "হে পাক ৰব্বিল্ আলেমীন! তোমাৰ বাটত — সত্যৰ বাটত, মোক 'শ্বাহাদৎ' দান কৰা অৰ্থাৎ মাৰা।" আল্লাহ-তা'লাই তেওঁৰ কামনা পূৰা ক'ৰিলে।

❦

## আদৰ্শ ধৰ্মশিক্ষা।

এই মহা প্ৰয়াণ কালত হজৰত ফাৰুকে কাকো নিজৰ উত্তৰাধিকাৰী কৰি নগ'ল। ৰাইজে যাকে উপযুক্ত ভাবে, তেওঁকে খলিফা পদত লবলৈ পৰামৰ্শ দিলে, আৰু 'ওফাত'ৰ (মৃত্যুৰ) আগেয়ে ভাবী খলিফাৰ নিমিত্তে ধৰ্ম্ম-নীতি আৰু ৰাজ-নীতিপূৰ্ণ উপদেশ-কাকত লিখি গ'ল।

তেওঁৰ খিলাফতৰ কালতে গোটেই শাম ( Syria ), ইৰাক, ইৰাণ ( Persia ), খোৰাছান, তিবৰস্তান, আৰ্মেনিয়া, কেৰ্মান, চিস্তান, মকৰাণ, মিচিৰ ( Egypt ) আদিত মোছলিম গৌৰব-নিচান উৰিবলৈ ধৰিলে। যুঠতে কবলৈ গ'লে, ভাৰত আৰু চীন প্ৰদেশ এৰি, এচিয়া আৰু আফ্ৰিকাৰ সভ্য দেশবিলাকত এটা বিশাল সাধাৰণ তন্ত্ৰৰ প্ৰতিষ্ঠা হ'ল। মক্কাৰ উত্তৰে ১০৩৬, দক্ষিণে ৪৭৩, পূবে ১০৮৭ মাইল, পচিমে ফিলফাইলৈকে অৰ্থাৎ ২২,৫১,০৩০ বৰ্গ মাইলত মোছলিম সাম্ৰাজ্য বিস্তৃত হ'ল।

তেওঁ আদৰ্শ বিজয়ী আছিল। তেওঁ সকলো সেনাপতিকে ডাঠাই ডাঠাই কৈছিল—"শত্ৰুৰ লগত ঠগবাজি নকৰিবা, তেওঁলোকৰ নাক কাণ নেকাটিবা আৰু ল'ৰা-ছোৱালীবিলাকক হত্যা নকৰিবা।" তেওঁ ৰাজ্য বিস্তাৰ কৰিছিল, মনুষ্যৰ মুক্তি আৰু সুখ-শান্তিৰ নিমিত্তেহে।

হজৰত ওমৰ সত্যবাদী, নিঃস্বাৰ্থপৰ, জিতেন্দ্ৰিয়, অমায়িক, অটলমতি, মিতব্যয়ী, সাধু, দৃঢ়প্ৰতিজ্ঞ, মহান-হৃদয়, নিৰপেক্ষ, বিচাৰক আৰু প্ৰকৃত বীৰ পুৰুষ আছিল।

পাৰ্থিব বিপদত পৰি অনেক সময়ত অলৌকিক শক্তি থকা আৰু বৰ বুধিয়ক মানুহেও অধীৰ আৰু হতবুদ্ধি হয়; কিন্তু হজৰত ফাৰুক-আজমৰ জীৱনত তাৰ এধানমানৰো চিন দেখা পোৱা নেযায়। বিশাল সাম্ৰাজ্যৰ অধিপতিহৈও, তেওঁ কেনে ধৰ্ম্ম-পৰায়ণ আৰু নিৰপেক্ষ, আদৰ্শ-বিচাৰক আছিল, তলত উল্লেখ কৰা ঘটনাৰপৰা সহজেই বুজা যায়।

হজৰত খালিদ-বেন্-অলিদ বীৰত্ব আৰু ৰণ কৌশলৰ কাৰণে জগদ্বিখ্যাত। অসাধাৰণ বীৰত্বৰ নিমিত্তেই মোচ্লিম জগতত তেওঁ “চায়ফুল্লাহ” ( আল্লাৰ তৰোৱাল ) উপাধি পাইছিল। তেনে মহাবীৰকো শাস্তি দিবলৈ হজৰত ওমৰে একেবাৰে চোঁইকা-পিছলা কৰা নাছিল। আৰু সেই মহা-বীৰেও তেনে কঠোৰ শাস্তিৰ আদেশ নুৰত তুলি লৈ তোঁ-হেকো একো নমতাকৈ কাম কৰিছিল, তিল পৰিমাণো হেমাহি কৰা নাছিল—এয়ে ফাৰুক-আজমৰ শাসনৰ চানেকি।

এদিন খলিফাৰ হিয়াৰ আমঠু পুতেক আবুশাহমাই কুসংসৰ্গত পৰি কটিকা খাইছিল বুলি জানি, খলিফাই সেই লৰাটিক নিজ হাতেৰে ৮০ ‘দোৰ্ৰা’ ( চমটা ) মাৰি ন্যায়ৰ মৰ্য্যাদা ৰক্ষা কৰিছিল। এই চমটাৰ কোৰ খায়ে, আবুশাহমাৰ প্ৰাণ-বায়ু উৰিল। * এই দৰে একে অপৰাধতে তেওঁৰ খুল্শালি কেদামাকো ‘দোৰ্ৰা’ মাৰিছিল। কেদামা এলাপেচা মানুহ নাছিল— তেওঁ বাহ্ৰায়েন প্ৰদেশৰ শাসনকৰ্ত্তা আছিল। এনে ন্যায় আৰু নিৰপেক্ষ বিচাৰৰ আৰ্হি জগতত আছেনে?

অনেক সময়ত দেখা গৈছিল, খলিফাই বজাৰবপৰা আহিছে— সোঁ হাতত তেওঁৰ সেই বিখ্যাত ‘দোৰ্ৰা’ আৰু বাওঁ হাতত বজাৰৰ বস্তুৰ টোপোলা। আল্ ৱাকিদিয়ে লিখিছে—“হজৰত ওমৰৰ হাতৰ লাঠি, আনৰ হাতৰ তৰোৱালতকৈও ভীতপ্ৰদ আছিল।”

* কিতাবুল খিৰাজ।

উমান ডাঙৰ সাম্ৰাজ্যৰ গৰাকী হৈও, দীন দৰিদ্ৰৰ দৰে জীৱন কটাইছিল। লোণ নেহে ৰাতিক শুকান ৰুটি আৰু পানী তেওঁৰ আহাৰ আছিল। তেওঁৰ জীৱনত উঠৰ হাজাৰ দেৰহাম ৰাজ ভঁৰালৰ পৰা আনি দুখীয়া নিঠৰুৱাক দান কৰিছিল। 'ওফাতৰ (মৃত্যুৰ) সময়ত তেওঁৰ পুতেক আব্দুল্লাক সেই গোটেই টকা ৰাজ ভঁৰালত শুধাই দিবলৈ দোৱাই দোৱাই কৈছিল। উপস্থিত থকা মানুহবিলাকে ক'লে, "এই টকা দুখীয়া নিঠৰুৱাৰ সাহায্যৰ নিমিত্তে খৰচ হৈছে, এতিয়া ইয়াক ঘূৰাই দিয়াৰ আৱশ্যকতা নাই।" ফাৰুক আজমে উত্তৰ দিলে,— "আপোনালোকে মোৰ ইচ্ছাত হকা বাধা নিদিব, আপোনালোকৰ ওচৰত মোৰ এয়ে শেষ খোজা।"

এবাৰ চিৰিয়াৰপৰা জৈতুনৰ তেল আহিছিল। এবাটি এবাটিকৈ সকলোৱে মাজত সেই তেল ভগিয়াই দিয়াৰ পাছত, বাটিত অলপ তেল লাগি আছিল। হজৰত ওমৰৰ পুতেক এটিয়ে সেই বাটিটো মচি তেলখিনি মূৰত ল'লে। তাকে দেখি, খলিফাই ল'ৰাটিক পাৰেমানে দাঁত কৰচি ক'লে, "আনৰ তেল মূৰত লবলৈ তোৰ বৰ হেঁপাহ!" এই বুলি তেতিয়াই নাপিতৰ হতুৱাই ল'ৰাটিৰ মূৰ খুৰাই দিয়ালে। সেইহে —

পিন্ধিব খুজিছা যদি সৌন্দৰ্য্যৰ হাৰ,
ছলনা, স্বাৰ্থ আদি কৰা পৰিহাৰ।

অনেক সময়ত দিন দুপৰিয়া, যেতিয়া ৰ'দৰ তাপত মানুহ ঘৰৰ বাহিৰলৈ যাব নোৱাৰে, তেতিয়া খলিফাই নিজে

বদ্ৰুলমাল'ৰ উটবোৰ চৰাবলৈ পথাৰলৈ নিয়ে। যদি কোনোবাই সোধে, "চাকৰে কেলেই নচৰায়?" তেওঁ তাৰ উত্তৰ দিয়ে, "চাকৰতকৈ মই এই কাম ভালকৈ কৰিব পাৰোঁ।"

প্ৰজাৰ অৱস্থা জানিবলৈ খলিফাই দিনত আৰু ৰাতি-পথে বাহিৰ নগৰৰ কেউফালে ছদ্মবেশ ধৰি ঘূৰি ফুৰে। এৰাতি এই দৰে ফুৰোঁতে, তেওঁ শুনিবলৈ পালে, এটা ঘৰৰ ভিতৰত এজনী উপায়হীনা তিৰোতাই বৰকৈ কেঁকাইছে আৰু দেখিলে এজন মতা মানুহ বাহিৰত আমন-জিমনকৈ বহি আছে। খলিফাই ওচৰ চাপি মানুহজনক সুধিলে, "কোনে এইদৰে কেঁকাইছে গোঙাইছে আৰু কি হৈছে?" মানুহজনে ক'লে, "তোমাক নো কেলেই? মোৰ তিৰোতাই প্ৰসব-বেদনা হোৱাত বৰ কষ্ট পাইছে।" খলিফাই তেতিয়াই নিজৰ ঘৰলৈ আহি, নিজৰ বিবি উম্মেকুলচুমক ক'লে, "এগৰাকী তোমাৰ নিঠৰুৱা ভনীয়েৰে বৰ কষ্ট ভুগিছে, আহাঁ অলপ সহায় কৰাহি।" এই বুলি উম্মেকুলচুমক লগত আনি সেই মানুহজনৰ অনুমতি লৈ ঘৰৰ ভিতৰলৈ পঠাই দিলে। অলপ পৰৰ পাচত, উম্মেকুলচুমে ভিতৰৰপৰা বিঙিয়াই ক'লে, "আমিৰুল্ মো'মেনীন! গিৰিহঁতক জনাই দিয়ক, তেওঁৰ এটি মতা ল'ৰা জন্মিছে।" "আমিৰুল্-মো'মেনীন"—এনে সম্বোধন শুনি মানুহজনে খলিফাক চিনিব পাৰি, ভয়ত সোত্‌মোচ্ পালে। আৰু তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। খলিফাই চেঁচনি হাত ফুৰাই ক'লে, "তুমি একো অসদাচৰণ কৰা নাই, ভয় কৰিবৰ কোনো কাৰণ

নাই, ভয় নকৰিবা।" এই বুলি তেওঁ উম্মেকুলচুমক লৈ ঘৰলৈ উভতিল। আৰু পাচদিনাৰপৰা সেই কেচুৱাৰ আৰু মাকৰ দৈনিক খৰচৰ ভাল দিহা কৰি দিলে। আৰু এবাৰ এই দৰে নগৰ পৰিদৰ্শন কৰোঁতে, মদিনাৰপৰা তিনি মাইলমান দূৰৈত খলিফাই দেখিলে, এজনী তিৰোতাই ভাত ৰন্ধাইছে আৰু তেওঁৰ ওচৰতে দুটি এমা-দিমা ল'ৰাই কান্দি মাকক আওখটি কৰিছে। খলিফাই সুধিলে, "এই ল'ৰা দুটিয়ে কেলেই কান্দিছে ?" তিৰোতাজনীয়ে ক'লে "খাবলৈ নেপাই, পেটৰ পোৰণিত এনে কৰিছে। সিহঁতক ভুৱা দি সান্ত্বনা কৰিবলৈকে এই উদং টৌটো চৌকাৰ ওপৰত দি থৈছোঁ।" ফাৰুক-আজমৰ হিয়া পমি গল, তেওঁ তেতিয়াই মদিনালৈ আহি 'বয়তুলমাল'ৰ ( ৰাজ-ভঁৰালৰ ) পৰা ঘিউ, আটা আৰু খাজুৰৰ টোপোলা বান্ধি আচ্‌লমক ক'লে, "মোৰ পিঠিৰ ওপৰত এইটো তুলি দে।" আচ্‌লমে ক'লে, "য়া আমিরুল মো'মেনীন! মই নিও, আমি থাকোতে আপুনি কেলেই নিব লাগিছে ?" তেওঁ উত্তৰ দিলে—"হয়, এতিয়া এই ভাৰ ব'ব খুজিছা, কিয়ামতৰ শেষ-বিচাৰৰ দিনা তুমি মোৰ ভাৰ নোবোৱা।" এই বুলি সেই বোজা নিজৰ পিঠিত তুলি নিজেই সেই তিৰোতাজনীক দিলেগৈ আৰু চৌকাত নিজেই জুই জলাই দিলে।

কান্দিব জানিলে তুমি পৰৰ দুখত,
দেৱতাৰ মান পাবা নৰ সমাজত।

হজৰত ওমৰৰ জীৱনত এনে ভালেমান ঘটনাৰ উল্লেখ আছে।

হজৰত ওমৰে সকলো বিষয়তে আৰু সকলো সময়তে যোগ্য ছাহাবাসকলৰ পৰামৰ্শ লৈহে শাসন কাম সমাধা কৰিছিল। তেওঁ কৈছিল "গণ্যৰ সমবেত পৰামৰ্শ নোহোৱাকৈ খিলাফত হব নোৱাৰে।" জগতৰ সকলো প্ৰকাৰৰ সুখ আৰু বল সিস্তাৰ অধিকাৰী হৈও হজৰত ওমৰে, হজৰত ৰছুল-মকবুলৰ দৰে, সামান্য বস্তুতে তৃপ্ত আছিল। এই দুদিনীয়া পৃথিৱীৰ জাকজমক ঘিণ কৰিছিল। মুঠতে কবলৈ গ'লে, তেওঁ হজৰত ৰছুল-কৰিমৰ প্ৰতিচ্ছবি আছিল। যদি কেতিয়াবা জানিব পাৰে যে, হজৰত ৰছুল-কৰিম (দঃ), নাইবা হজৰত ছিদ্দিক-আকবৰে এনে আচৰণ কৰা নাই, তেওঁ তৎক্ষনাত সেই কামৰ পৰা আঁতৰ হয়।

সেনাপতিসকল যেন পাৰ্থিব সুখ আৰু স্বাৰ্থপৰতাৰ অভিলাষী নহয়, তাৰ নিমিত্তে খলিফাই সদায় তেওঁলোকক উপদেশ দিছিল –"ভোগ্য বস্তু আৰু সাজ-পাৰ সম্বন্ধে ইৰাণীৰ বিলাসিতাৰপৰা সাৱধান থাকিবা। তোমালোকৰ নিজ দেশৰ নিভাঁজ পোনপতীয়া সহজ অভ্যাস নেৰিবা, আল্লাহ-তা'লাই তোমালোকক সকলো ঠাইতে জয়ী কৰিব।" তেওঁৰ সেনাপতিসকলো তেনে ধৰ্মভীৰু আছিল। মচুদিয়ে লিখিছে — "হেম নগৰৰ মানুহবিলাকে তেওঁলোকৰ শাসন কৰ্ত্তাৰ বিৰুদ্ধে হজৰত ওমৰৰ দৰ্বাৰত আপত্তি কৰিছিল যে, (১) তেওঁ বেলি ওলোৱাৰ আগেয়ে কেতিয়াও কাৰো লগত দেখা নকৰে, (২) ৰাতি কাৰো কোনো কথা নুশুনে,

আৰু (৩) প্ৰতি মাহত এদিন কাৰো লগত দেখা নকৰে। মহাত্মা খলিফাই তেতিয়াই তেওঁৰ কৈফিয়ৎ বিচাৰিলে। তেওঁৰ উত্তৰ—"(১) মোৰ ঘৰত কোনো বন্দী-বেটী নোহোৱাত বাতিপুৱা মই নিজেই কৰ্ত্তা হৈ খোৱাৰ কৰি লওঁ. (২) ৰাতি টোপনি নহালৈকে আল্লাৰ 'এবাদত' (উপাসনা) কৰোঁ আৰু কোৰ্‌আন পঢ়োঁ। (৩) মোৰ মাথোন এটি চোলা। যি দিনা মই সেইটি ধোওঁ. সেই দিনা দৰ্‌বাৰলৈ যাব নোৱাৰোঁ।" মহাত্মা ওমৰে এই কৈফিয়ৎ পাই বৰ আনন্দিত হ'ল আৰু তেওঁৰ যথোচিত শলাগ ল'লে।

হজৰত ফাৰুকে নিজৰ জীৱনত সমাজ-হিতকৰ বহুত কাম কৰি গৈছে। যিবিলাক তিৰোতাই এবাৰ প্ৰসৱ কৰিছে, সেইবিলাকক বেটী-বন্দী স্বৰূপে বেচা প্ৰথা উঠুৱাই দিয়ে। ৰছুল-কৰিমৰ (দঃ) আত্মীয় মানুহ, ভক্ত, বিশ্বাসী শিষ্য আৰু বদৰ, শ্যাম, ইৰাণ আৰু মিচিৰৰ ৰণত নাম জলোৱা সৈন্যবিলাকক জোখাৰে বৃত্তি দান কৰে। ৰছুল-কৰিমৰ (দঃ) দদায়েক হজৰত আব্বাছৰ নিমিত্তে ২০,০০০; তেখেতৰ বিবিসকলৰ নিমিত্তে ১০,০০০; তেখেতৰ নাতি হাছেন আৰু হোছেনৰ নিমিত্তে ৫০০০ দেৰ্‌হাম বছেৰেকীয়া বৃত্তি নিৰ্দ্ধাৰিত কৰি যায়। তেওঁ পোন প্ৰথমতে প্ৰধান কলেক্টৰী আদালতৰ সৃষ্টি কৰে। তেওঁৰ খিলাফতৰ সময়তে, হিজৰী চনৰ গণনা, অবশ্য * আৰু মুছলমান

* 'হিজৰত'ৰ ১৭ বছৰৰ পাচত, ১লা মোহৰ্ৰমৰ (৬২২ খৃঃ ১৬ জুলাই) পৰাই হিজৰী চন আৰম্ভ হয়।

হাজাৰ নিমিত্তে মুদ্ৰা প্ৰচলন হয়। ইয়াৰ এপিঠিত সাময়িক খলিফাৰ নাম আৰু আন পিঠিত পাক 'কল্‌মা' অঁকা আছিল। তেওঁৰ শাসণ কালত ৩৬ ছয়্‌ত্ৰিশ্ হাজাৰ নগৰ আৰু কোঁঠ অধিকৃত হয়। তেওঁ নন নগৰ আৰু বজাৰ বহুৱায়, ভালেমান খাল খনোৱায় আৰু চাৰি হাজাৰ মচ্‌জিদ সজোৱায়। মচ্‌জিদে পতি আৰবি ভাষা, কোৰ্‌আন মজিদ, হদিচ খৰিফ আদি আৰু নামাজ শিক্ষা দিয়াৰ ব্যৱস্থা আছিল। অকল দামেস্কৰ মচ্‌জিদতে ১৬০০ ছাত্ৰ আছিল। তেওঁ মচ্‌জিদে-আক্‌চা আৰু মচ্‌জিদে-নবৱীৰ সংস্কৰণ আৰু অপৰাধীবিলাকক শাস্তি দিবৰ নিমিত্তে ভালেমান বন্দীশাল তৈয়াৰ কৰোৱাইছিল।

তেওঁৰ শাসনকালত অসদাচৰণ সমূলি লোপ পাই, সত্যৰ অমৃতধাৰা বৰলৈ ধৰিছিল। সত্যক মানুহে জীৱনতকৈও মূল্যবান জ্ঞান কৰিছিল। ইয়াত প্ৰিয় পাঠকৰ ওচৰত ইয়াৰ এটি দৃষ্টান্ত উন্মুকিয়াৰ খুজিছোঁ। এদিন হজৰত ওমৰে বিচাৰ কৰি থাকোঁতে দুজন ডেকাই বমক্‌জমকৈ সাজপাৰেৰে ভূষিত এজন সুন্দৰ ডেকাক ধৰি আনিছে। সেই ডেকা দুজনে ক'লে--"হে বিচাৰপতি! এই ডেকাই আমাৰ বোপাইক হত্যা কৰিছে, আমি তাৰ প্ৰতিশোধ বিচাৰিছোঁ।" আচামী জনক সোধাত তেওঁ ক'লে—"এওঁলোকে সচাঁ কথা কৈছে। মই আৰব মৰুভূমিৰ এজন ভাল মানুহৰ ল'ৰা। আমাৰ ঠাইত ভয়ানক আকাল হোৱাত. এই নগৰৰ গাওঁ

এখনত জিৰাইছোঁহি। আমাৰ এটি মাংপোন অতি মৰমৰ সুন্দৰ উট আছিল। আহোঁতে বাটত সেই উটটো চাতৰপৰা এবাট এওঁলোকৰ বাৰীত সোমালেগৈ। এওঁলোকৰ বাপেকে এডোখৰ শিল মাৰি তা'ৰ চকু ফুটুৱালত সি মৰে। তাতে আমিও খঙত এডোখৰ শিল লৈ বাৰিচোৱা জনৰ ফালে মাৰোঁ। কেনেবাকৈ সেই শিলডোখৰ এওঁলোকৰ বাপেকৰ মূৰত লাগিলত, তেওঁ আটাহ পাৰি উঠে। পাচত তেওঁ মৰে। তেওঁৰ চিঞৰ শুনি, এই ডেকা দুজন আহি মোক বন্দী কৰি আপোনাৰ ওচৰলৈ আনিছে। খলিফাই ক'লে "তুমি সৈ কাটিছা হয়, কিন্তু আইনৰ বিধান মতে প্ৰতিশোধ লবই লাগিব।" আচামীয়ে ক'লে—"মই আপোনাৰ হুকুম মূৰৰ ওপৰত তুলি লৈছোঁ। কিন্তু মৃত্যুদণ্ড আজ্ঞা দিয়াৰ আগেয়ে, তিন দিনৰ নিমিত্তে সময় দি মোক এবাৰ নিজৰ ঘৰলৈ যাবলৈ অনুমতি দিয়ক। ঘৰত মোৰ এটি নাবালক সৰু ভাই আছে। মই আন একজন অভিভাবকৰ হাতত সেই ল'ৰাটি গতাই দি উভতি আহিম।" খলিফাই সুধিলে--"তোমাৰ জামিন কোন হব?" আচামীয়ে কেউফালে চকু ভুলভুলীয়া কৈ চাই আবুদাহাৰ নামেৰে হজৰত ৰছুলে-খোদাৰ একজন ছাবিৰ ফালে আঙুলিয়াই ক'লে—"এওঁ মোৰ জামিন হব।" আচামীজন অচিনাকী হ'লেও, অৱস্থা দেখি, আবুদাহাৰে (ৰাঃ) জামিন হবলৈ মান্তি হ'ল। তাৰ পাচত আচামীক এৰি দিয়া হ'ল।

তিন দিনৰ মূৰত আচামীক অহা নেদেখি, বাদীয়ে খলিফাৰ ওচৰত প্ৰতিশোধ বিচাৰিলেহি। আবুদাহাবে (ৰাঃ) ক'লে— "তোমালোক নিশ্চিন্ত থাকা, আচামী নাহিলে মই আত্মসমৰ্পণ কৰিম। আবুদাহাবৰ মৃত্যুদণ্ডৰ আদেশ হব শুনি, উপস্থিত প্ৰজা সকলো মানুহে কান্দিবলৈ ধৰিলে আৰু বাদীক আৰ্থিক ক্ষতি পূৰণ লবলৈ অনুৰোধ কৰিলে। কিন্তু বাদীয়ে তাত মান্তি নহ'ল।

এনেতে আচামী আহি উপস্থিত হৈ ক'লে— "মই ল'ৰাটি মোমাইৰ হাতত গতাই দি আহিছোঁ। এতিয়া যি দণ্ড দিব লাগে দিয়ক।" আচামীৰ এনে কথা শুনি বাদীৰ মনৰ ভাব লৰিল আৰু তেওঁলোকে চিঞৰি ক'লে—"আমি এওঁক ক্ষমা কৰিলোঁ।" খলিফাই বৰ সন্তুষ্টহৈ বাদী দুজনৰ বহুত সলাগ ল'লে, আৰু উপযুক্ত বঁটা দিব খুজিলে। কিন্তু বাদীয়ে বঁটা লবলৈ অস্বীকাৰ কৰিলে।

হজৰত ৰছুল-কৰিমে কৈছে—"মোৰ পাচত যদি 'নবী' হোৱাৰ বিধান থাকিলহেতেন, নিশ্চয় ওমৰ-বেন-খিওাৱেই 'নবী' হ'লহেতেন। ওমৰ বিহিস্তী (স্বৰ্গী) সকলৰ একুৰা বন্তী!"

✽

## কোৰ্‌আন শৰিফ।

হজৰত ওমৰৰ অনুৰোধত আৰু পৰামৰ্শ অনুসৰি হজৰত আবুবকৰে ঠাই-ঠাই হৈ থকা লিখি-থোৱা 'আয়ত' বোৰ তুলা-তৈয়াকৈ গোটাই, তাক নকল কৰোৱাই কোৰ্‌আন শৰিফ এটা সম্পূর্ণ গ্রন্থাকাৰত প্রকাশ কৰে। সেই কোৰ্‌আন হজৰত আবুবকৰে নিজৰ হাতত থৈছিল। তেওঁৰ ওফাতৰ পাচত এই মূল মহাগ্রন্থ হজৰত ওমৰৰ আৰু তেওঁৰ জীয়েক বিবি হাফচাৰ হাতলৈ আহে। হাফচা নবি-কৰিমৰ (দঃ) এগৰাকী বিবি। এই পুথিৰ পৰাই বহুতে নকল কৰি নিয়ে। এইদৰে নকল পুথিবোৰ আৰব, শ্যাম, ইৰাক, ইৰাণ আদি সকলো প্রদেশতে বিয়পি পৰে।



## পৰিয়াল।

হজৰত ওমৰে ক্রমান্বয়ে ৯ গৰাকী বিবি বিয়া কৰিছিল। সেই বিবিসকলৰ নাম— জয়নব, কোৰেবা, মালিকা, আতিকা, উম্মেকুলচুম, উম্মেকলিম, উম্মেহাকিম, ফাকিহা আৰু জমিলা। পুতেকসকলৰ নাম— আব্দুল্লাহ, ওবেদুল্লাহ, আব্দুৰ্‌ৰহমান, আবুশাহমা, জায়েদ, আবুতাল্‌হা, আ'ছেম। জীয়েকসকলৰ নাম—— হাফচা, ৰোকেয়া, ফাতিমা আৰু জয়নব।

---

* গ্রন্থকাৰে লিখা হজৰত মোহম্মদৰ উত্তৰাকাণ্ডৰ ১৬ × পিঠি আৰু হজৰত ওচমান জিন্নুৰেইনৰ ১২ পিঠি চাওক।

## আকৃতি।

হজৰত ওমৰ এজন দীঘল ওখ আৰু বলিষ্ঠ মানুহ আছিল। তেওঁৰ কপালখন ওখ, মুখ খন ধঁান আৰু ডাঢ়ি ঘন আছিল মূৰত নিচেই তাকৰ চুলি আৰু বৰণ শলপ ক'লা আছিল। দুয়োখন হাতেৰে সমানে সকলো কাম-কাজ কৰিব পাৰিছিল।



## হজৰত ওমৰৰ কেইআষাৰমান উক্তি।

(১) খলিফা ৰজা নহয় যে, প্ৰজাবিলাকক বোজাবোৱা ভাৰী কৰিব। খলিফা আল্লাৰ দাস, প্ৰজাৰ সেৱক, প্ৰজাই সুখ স্বচ্ছন্দেৰে আৰু নিৰাপদে শুব পাৰিলেহে নিজক সুখী মনত ভাবিব।

(২) যোগ্য মানুহবিলাকৰ পৰামৰ্শ নোলোৱাকৈ খিলাফত হ'ব নোৱাৰে।

(৩) মাউৰা ল'ৰাৰ সম্পত্তিৰ ওপৰত অভিভাৱকৰ যিমান দুৰ অধিকাৰ, বয়তুল-মালৰ ( Public Treasuay ) ওপৰত মোৰ অধিকাৰ সিমান দুৰহে।

(৪) শাসকসকল প্ৰজাক অত্যাচাৰ কৰিবলৈ নহয়, বৰং প্ৰজাক বাট দেখুৱাবলৈহে।

(৫) যি কাজীয়ে (বিচাৰকে) ওমৰ আৰু আন সাধাৰণ মানুহক একে চকুৰে নেচায়, তেওঁ কাজী পদৰ যোগ্য নহয়।

(৬) মানুহ জন্মগত স্বাধীন স্বাধীনতা মানুহৰ জন্মগত অধিকাৰ।

(৭) সেইবিলাকৰ ওপৰত আল্লাৰ 'গজব' (অভিশাপ) পৰক, যিবিলাকে দাসবিলাকৰ সৈতে একেলগে ভোজন কৰিবলৈ লাজ পায়।

(৮) মুখৰ পৰা ওলাই যোৱা কথা, ধেনুৰ পৰা ওলাই যোৱা কাঁড়, জীৱনৰ অতীত দিন আৰু এলাহত হেৰুৱা ছেগ ঘূৰাই উভতি নাহে।

(৯) ধৰ্ম্মবিশ্বাসত জোৰ-জবৰদস্তি নাই।

